# ভক্তি গীত-পদ সঞ্চয়ন

সম্পাদক
সত্যেন্দ্রনাথ শর্ম্মা







সাহিত্য অকাদেমী
নতুন দিল্লী

*Bhakti Gita-Pada Sanchayana* ( an anthology of Assamese devotional poetry ). Compiled and edited by Dr. Satyendranath Sharma. Sahitya Akademi, New Delhi, 1961. Price Rs. 2·50



প্ৰকাশক : সাহিত্য অকাদেমী
নতুন দিল্লী
মুদ্ৰক : শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ। ৬৬ গ্ৰে ষ্ট্ৰীট। কলিকতা-৬
প্ৰাপ্তিস্থান
লয়াছ বুক ষ্টল
গুৱাহাটী। অসম
মূল্য ২·৫০

# আগ কথা

প্ৰাচীন অসমীয়া সাহিত্যৰ এটিপ্ৰধান শাখা গীতি-সাহিত্য। খৃষ্টীয় চতুৰ্দ্দশ শতিকাৰ পৰা উনবিংশ শতাব্দীলৈকে এই গীতি-সাহিত্যৰ এটি অবিচ্ছিন্ন সোঁত প্ৰৱাহিত হৈছিল। গীতি-সাহিত্যৰ দুটা প্ৰৱাহ সমান্তৰালভাৱে বৈ আহিছিল যদিও, ইটিয়ে সিটিক প্ৰভাবান্বিত নকৰাকৈ থকা নাই। এটি হ'ল শিক্ষিত কৱিৰ মাৰ্জিত ৰুচিৰ তাল-মানযুক্ত গীত আৰু আনটি গাৱঁলীয়া স্বভাৱ-কৱিৰ মুখে মুখে বাগৰি অহা মৌখিক গীত-পদ। সংগ্ৰাহকে এই সংকলনত প্ৰথম শ্ৰেণীৰ গীত-পদহে সময়ানুক্ৰমে সন্নিবিষ্ট কৰিছে।

প্ৰকৃততে সমগ্ৰ প্ৰাচীন সাহিত্যকে গীতিধৰ্ম্মী বুলিব পাৰি, কিয়নো বৰ্ণনাত্মক পদসমূহো সুৰ ধৰিহে পাঠ কৰা হয়। অঙ্কীয়া নাটসমূহো গীত-প্ৰধান। সেই কাৰণেই সংগ্ৰাহকে এই সঞ্চয়নত দুই-চাৰিটা গীতিধৰ্ম্মী পদকো স্থান দিছে।

প্ৰাচীন সাহিত্যৰ উদ্ভৱ আৰু বিকাশ ঘাইকৈ ধৰ্ম্মক ভেটি কৰিয়ে ঘটিছিল। মহাপুৰুষ শঙ্কৰদেৱৰ আৱিৰ্ভাৱৰ পূৰ্ব্বে মহাভাৰত-ৰামায়ণ আৰু মনসা কাব্যৰ কাহিনীয়ে ওজাপালি আৰু বিয়াহ গীতৰ যোগেদি নৃত্যসঙ্গতা হৈ প্ৰকাশ পাইছিল। শঙ্কৰী যুগত কৃষ্ণ-ভক্তিপ্ৰধান বৰগীত আৰু অঙ্কীয়া গীতসমূহে প্ৰাধান্য লাভ কৰিলে। শঙ্কৰোত্তৰ যুগত বৰগীতৰ ৰচনা পৰম্পৰা অব্যাহত থাকিল যদিও, লগে লগে ৰাজানুগ্ৰহত ৰচিত হৈছিল ৰাধা-কৃষ্ণৰ অনঙ্গকেলীৰ গীত আৰু গুপুত সম্প্ৰদায়ৰ যোগ-তন্ত্ৰ প্ৰভাবিত দেহ-বিচাৰৰ গীতসমূহ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ দ্বাৰা সম্পাদিত এই পুথিয়ে প্ৰাচীন অসমীয়া সাহিত্যৰ বিভিন্ন গীত-পদৰ সম্যক আভাস দিব বুলি আশা কৰা হ'ল। প্ৰাচীন সাহিত্যৰ লগত জাতীয় ঐতিহ্য

আৰু সাধনাৰ নিগূঢ় সম্বন্ধ। তাৰ মাজত জাতিৰ চিন্তাধাৰা আ
মানসিক গঠনৰ পৰিচয় পায়। এই সঞ্চয়নৰ যোগে তাৰ লগ
নব-পৰিচয় ঘটোৱাত অসমীয়া মাত্রেই সাহিত্য অকাদেমী
ওচৰত ঋণী।

সাহিত্য অকাদেমীৰ সৌজন্য আৰু পৃষ্ঠপোষকতাত প্রকাশ
হোৱা অসমীয়া গ্রন্থৰাজিৰ ভিতৰত এই সংকলন অন্যতম।

শ্রীবিৰিঞ্চিকুমাৰ বৰুৱা
সম্পাদক, আঞ্চলিক উপদেষ্টা সমিতি

# গীতৰ সূচী

# পৰিচয়

এই সংগ্ৰহত খৃষ্টীয় চতুৰ্দ্দশ শতিকাৰপৰা ঊনবিংশ শতাব্দীৰ প্ৰাৰম্ভলৈকে ৰচিত হোৱা উনত্ৰিচ জন কৱিৰ এশ-তিনিটা গীত আৰু গীতি-কৱিতাৰ লক্ষণযুক্ত কাব্যাংশ সন্নিবিষ্ট কৰা হৈছে। ৰচনা সময়ৰ ধাৰাবাহিকতালৈ লক্ষ্য ৰাখি গীত-সমূহ সজোৱা হৈছে ; গতিকে এই সংগ্ৰহে মধ্যযুগীয় অসমীয়া গীতি-সাহিত্যৰ পৰিৱৰ্ত্তন আৰু বিকাশৰ গতিপথৰ আভাস দিব পাৰিব বুলি আশা কৰা যায়। চতুৰ্দ্দশ শতিকাৰপৰা ঊনবিংশ শতাব্দীলৈকে এই ছোৱা কালত ভাষা আৰু ছন্দৰ সাধাৰণ সাদৃশ্য লক্ষ্য কৰা যায় যদিও বিষয়-বস্তু আৰু তাৰ প্ৰয়োগ-কৌশললৈ দৃষ্টি ৰাখি এই অসমীয়া সাহিত্যক তিনিটা স্তৰত ভাগ কৰিব পাৰি : (১) প্ৰাক্-শঙ্কৰী যুগ, (২) শঙ্কৰী যুগ, আৰু (৩) শঙ্কৰোত্তৰ যুগ। মহাপুৰুষ শঙ্কৰদেৱে খৃঃ পঞ্চদশ শতিকাৰ শেষ দশকত অসমৰ ধৰ্ম্ম আৰু সাহিত্যৰ ক্ষেত্ৰত এক বিৰাট জাগৰণৰ সৃষ্টি কৰে, তাৰে ফলত কাব্য, নাটক, চৰিত পুথি, গীত আৰু গদ্য ৰচনাই পল্লবিত হৈ অসমীয়া সাহিত্য সমৃদ্ধশালী কৰি তোলে। শঙ্কৰদেৱৰ প্ৰভাৱৰপৰা মুক্ত তেওঁৰ সমসাময়িক বা পূৰ্ব্ববৰ্ত্তী সাহিত্য আৰু আনহাতে তেখেতৰ ভালেখিনি পাছত বিস্তাৰ লাভ কৰা অনুকৰণশীল আৰু অমৌলিক যুগটোৰ পৰা শঙ্কৰী যুগটোক পৃথক কৰি দেখুৱা হৈছে। এই তিনিটা যুগক পাৰস্পৰিক সম্বন্ধ নথকা সম্পূৰ্ণ স্বতন্ত্ৰ আৰু পৃথক বুলি কব নোৱাৰি যদিও স্বকীয় বৈশিষ্ট্যবিহীনো নহয়। খৃষ্টীয় ১৩৫০—১৫০০ লৈকে প্ৰাক্-শঙ্কৰী যুগ, ১৫০০—১৬২০ লৈকে শঙ্কৰী যুগ, আৰু ১৬২০—১৮০০ লৈকে শঙ্কৰোত্তৰ যুগ আখ্যা দিয়া হৈছে। এই তিনিটা স্তৰক বিভেদ কৰি দেখুৱাবলৈ যি চন ওপৰত দিয়া হৈছে তাৰ ১৫।২০ বছৰ ইফাল-সিফাল হবও পাৰে। উদাহৰণ স্বৰূপে, প্ৰাক্-শঙ্কৰী যুগৰ শেষ সীমাটো ১৫০০ খৃষ্টাব্দত দেখুৱা হৈছে যদিও দৰাচলতে ষোড়শ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ শেষলৈকে প্ৰাক্-শঙ্কৰী সাহিত্য ৰীতি প্ৰচলিত হৈ থকা দেখা যায় ; এইদৰে শঙ্কৰীযুগ দৰাচলতে ১৫শ শতাব্দীৰ শেষ দশকত আৰম্ভ হলেও ইয়াৰ পূৰ্ণ পয়োভৰ হয় ১৬শ শতাব্দীৰ তৃতীয় দশক মানৰ পৰাহে। শঙ্কৰদেৱৰ ব্যক্তিগত সংস্পৰ্শত যি সকল আহিবলৈ সুবিধা

পাইছিল বা সেই সময়ত উদ্ভৱ হৈছিল এই কৱিসকল আঁতৰি যোৱাৰ লগে লগেই শঙ্কৰী যুগৰো যৱনিকা পেলোৱা হৈছে। ১৬২০ খৃষ্টাব্দ মানতে শঙ্কৰ-দেৱৰ সংস্পৰ্শত অহা বা তেখেতক দৰ্শন কৰা কৱিসকলৰ তিৰোভাৱ ঘটে; গতিকে তাৰ পাছৰ পৰাই শঙ্কৰোত্তৰ যুগ আৰম্ভ হৈছে। ইয়াক উত্তৰ বৈষ্ণৱ যুগ নুবুলি শঙ্কৰোত্তৰ যুগ বোলাৰ কাৰণ পাঠকে সহজেই অনুমান কৰি লব পাৰিব।

এই সংগ্ৰহটো বিশেষকৈ গীতৰ সমষ্টি; বেছি ভাগতেই ৰাগ বান্ধি দিয়া আছে। অনুভূতি আৰু আবেগৰ কবিত্বময় প্ৰকাশলৈ দৃষ্টি ৰাখি আৰু প্ৰসঙ্গৰ লগত পৰিচয় নোহোৱাকৈ ৰস পাব পৰা গীত বা কাব্যাংশ চয়ন কৰি এই সংগ্ৰহত ঠাই দিয়া হৈছে। সুৰ সংযোজিত নোহোৱা বা গীতৰ নিচিনাকৈ গাব নোৱাৰা বৰ্ণনাত্মক কাব্যৰ অংশ স্বৰূপ কেইটামান পদকো এই সংগ্ৰহত ঠাই দিয়া হৈছে। বৰ্ণনাত্মক কাব্যৰ অংশ হলেও গীতি-কৱিতাৰ সুৰ এই কেইটাতো ধ্বনিত হৈছে। মাধৱ কন্দলীৰ চিত্ৰকূট বৰ্ণনা, শঙ্কৰদেৱৰ বৰ্ষা বৰ্ণন আৰু ৰাসক্ৰীড়াৰ অংশ স্বৰূপ গোপীসকলৰ কৃষ্ণ অন্বেষণ, আৰু কৱিৰাজ চক্ৰবৰ্ত্তীৰ শকুন্তলাৰ বিৰহ বৰ্ণনা—এই চাৰিটা গীতৰ পৰ্য্যায়ত নপৰে। বৰ্ণনাত্মক কাব্যৰ অঙ্গীভূত এই কেইটা অংশ নিদৰ্শন স্বৰূপেহে এই সংগ্ৰহত ঠাই দিয়া হৈছে। বৈষ্ণৱ যুগৰ আন আন কাব্যৰ মাজতো এনেকুৱা গীতি কৱিতাৰ মাধুৰ্য্য থকা ৰচনা অপৰ্য্যাপ্ত আছে, স্থানৰ অভাৱত দিব পৰা নহ'ল।

প্ৰাক্-শঙ্কৰী যুগৰ সাহিত্যৰ এটা শাখা হ'ল পাঞ্চালী-সাহিত্য। এই পাঞ্চালী কাব্য গীত আৰু বৰ্ণনাত্মক পদৰ সমষ্টি। নায়ক বা নায়িকাৰ আৱেগ-অনুভূতি প্ৰকাশ কৰা হয় গীতৰ যোগেদি আৰু ঘটনা বা ক্ৰিয়াৰ বৰ্ণনা পদৰ যোগেদি দিয়া হয়। দুৰ্গাবৰৰ গীতি ৰামায়ণ, পীতাম্বৰ কৱিৰ উষা-পৰিণয় আৰু সুকৱিনাৰায়ণৰ পদ্মা-পুৰাণ এনে গীত আৰু পদৰ সমষ্টি। এই গীত-প্ৰধান কাব্য কেইখন ওজাপালি নৃত্যানুষ্ঠানৰ উপযোগী কৰি ৰচনা কৰা হৈছে। পুৰাণৰ কাহিনী আৰু মনসাদেৱীৰ মাহাত্ম্য প্ৰকাশক কাব্য-কাহিনী উক্ত ওজাপালি নৃত্যানুষ্ঠানৰ যোগেদি ৰূপায়িত কৰা হয়। এজন ওজাই কেইজন-মান পালি বা সহকাৰীৰ সহায়ত কাব্যৰ বৰ্ণনাসমূহ গীত-নৃত্য আৰু পূৰ্ব্বে অকল্পিত সংলাপনৰ যোগেদি দৰ্শকৰ আগত সজীৱভাৱে ৰূপ দিয়ে। এই পাঞ্চালী কাব্যসমূহৰ বিষয়সমূহ পুৰাণৰপৰা সংগ্ৰহ কৰা যদিও ভক্তিৰ উচ্ছ্বাস আৰু গভীৰতা তাত পোৱা নাযায়। লোকিকতাৰ প্ৰভাৱ ইয়াত অতি স্পষ্ট। নায়ক-নায়িকাৰ প্ৰেম, বিচ্ছেদ আৰু সম্ভোগৰ চিত্ৰ অঙ্কন কৰাত কৱিসকলৰ

প্ৰতিভা বিশেষভাৱে নিয়োজিত হৈছে। মাধব কন্দালিৰ ৰামায়ণ অৱশ্যে পাঞ্চালী ৰীতিত ৰচনা নকৰি বৰ্ণনাত্মক কাব্যৰূপতেই ৰচনা কৰা হৈছে।

মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰাদুৰ্ভাৱৰ লগে-লগে পাঞ্চালী-ৰীতিৰ প্ৰয়োগ ক্ৰমে নোহোৱা হৈ আহিল। তেখেতে ৰচনা আৰু প্ৰৱৰ্ত্তন কৰা অঙ্কীয়া নাট সমূহে পাঞ্চালী কাব্যক তল পেলালে। এই নাটসমূহত প্ৰচুৰ পৰিমাণে ৰাগ-তাল যুক্ত গীত ব্যৱহৃত হৈছে। নাটবোৰত প্ৰয়োগ কৰা গীতসমূহৰ উপৰিও মহাপুৰুষ শঙ্কৰদেৱে আধ্যাত্মিক ভাৱৰ মহত্বপূৰ্ণ অন্য এক শ্ৰেণীৰ গীত ৰচনা আৰু প্ৰৱৰ্ত্তন কৰে। ভাৱ, ভাষা, কাব্যিক সৌন্দৰ্য্য আৰু সাঙ্গীতিক মূল্যলৈ দৃষ্টি ৰাখি এই গীত শ্ৰেণীক বৰগীত অৰ্থাৎ মহৎ গীত বোলা হয়। শঙ্কৰদেৱে বাৰকুড়ি এনে গীত ৰচনা কৰিছিল বুলি প্ৰবাদ আছে ; তাৰে বেছিভাগ গীত জুয়ে পুৰি নষ্ট কৰাত তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱে নতুন লৈ ভালেখিনি বৰগীত ৰচনা কৰে। শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা ১৯১ টা বৰগীত বৰ্ত্তমানে পোৱা যায়। বৰগীতৰ ভাষা ব্ৰজবুলি ; এই ব্ৰজবুলি মৈথিলী আৰু প্ৰাচীন অসমীয়াৰ সংমিশ্ৰণ এটি কৃত্ৰিম ভাষা। দাস্য আৰু বাৎসল্য ভাৱৰ মাজেদি উপাস্য দেৱতা শ্ৰীকৃষ্ণৰ মহিমা আৰু লীলা এই বৰগীতসমূহত প্ৰকাশ কৰা হৈছে ; শৃঙ্গাৰ বা মধুৰ ৰসৰ আবেশ ইয়াত নাই। বৈষ্ণৱ কবিয়ে নিজকে শ্ৰীকৃষ্ণৰ দাস, সখা বা মাতা-পিতাৰ আসনত বহুৱাই নিজৰ অনুভৱ ব্যক্ত কৰা দেখা গৈছে। বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত প্ৰচলিত মতানুসাৰে বৰগীতক ৬টা শ্ৰেণীত ভাগ কৰা যায়—(১) লীলা, (২) পৰমাৰ্থ, (৩) বিৰহ, (৪) বিৰক্তি, (৫) চোৰ আৰু (৬) চাতুৰি। লীলা বিষয়ক গীতত উপাস্য দেৱতাই অৰ্থাৎ কৃষ্ণই অৱতাৰ গ্ৰহণ কৰি সম্পন্ন কৰা কাৰ্য্য আৰু গুণাৱলী বৰ্ণনা কৰা হয়। পৰমাৰ্থজ্ঞাপক গীতত ঈশ্বৰ সম্বন্ধীয়, কথা বিৰহসূচক গীতত কৃষ্ণৰ মথুৰা যাত্ৰাত নন্দ যশোদা আদিৰ বিচ্ছেদ জনিত দুখ, বিৰক্তিৰ গীতত সংসাৰৰ প্ৰতি বিতৃষ্ণা, চোৰ বিষয়ক গীতত কৃষ্ণৰ বাল-সুলভ তস্কৰ বৃত্তি আৰু চাতুৰিৰ গীতত বালগোপালৰ দুষ্টালি আৰু চতুৰালি কাৰ্য্যৰ বৰ্ণনা থাকে। লীলা বিষয়ক গীত আকৌ চাৰিভাগে বিভক্ত, (১) জাগৰণ, (২) চালন, (৩) খেলন, (৪) নৃত্য। জাগৰণ গীতত যশোদাই কৃষ্ণক ৰাতিপুৱা জগাই দি সজাই-পৰাই গৰু চৰাবলৈ পঠোৱাৰ দৃশ্য, চালনত কৃষ্ণ-বলৰামৰ গোষ্ঠলৈ যাত্ৰা, খেলন আৰু নৃত্য বিষয়ক গীতত কৃষ্ণ-বলৰামৰ গোপবালকৰ লগত বিহাৰ, ক্ৰীড়া-কৌতুক আৰু নৃত্যাদি বৰ্ণনা কৰা হয়। এই পুথিত সন্নিবিষ্ট গীত সমূহত সকলো শ্ৰেণীৰে নিদৰ্শন পোৱা যাব। শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ বৰগীতৰ

পৰাহে কেৱল গীতসমূহ চয়ন কৰা হৈছে, তেওঁলোকৰ অঙ্কীয়া নাটৰ পদ লোৱা নাই। এই বৰগীতবোৰত সংসাৰৰ ক্ষণভঙ্গুৰতা, হৰি-ভক্তিৰ মাহাত্ম্য আৰু শ্ৰেষ্ঠতা, জাগতিক বিষয়ৰ প্ৰতি ভক্ত-কৱিৰ বিৰক্তি, বাল-গোপালৰ শিশুসুলভ দুষ্টালি, নন্দ-যশোদাৰ পুত্ৰস্নেহ, গোপীবিলাকৰ প্ৰেম সুন্দৰকৈ ফুটাই তোলা হৈছে। মাধৱদেৱৰ বাৎসল্য ভাৱৰ গীতসমূহত শিশুৰ মনস্তত্ত্ব সুন্দৰকৈ ফুটি উঠিছে, তেখেতৰ এই শ্ৰেণীৰ গীতসমূহৰ লগত ভক্ত-কৱি সুৰদাসৰ গীতৰ সাদৃশ্য আছে।

শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ অঙ্কীয়া নাটৰ গীত আৰু বৰগীতৰ আদৰ্শত তেখেতসকলৰ অনুগামীসকলে বহুতো গীত ৰচনা কৰি গৈছে। ভক্তিৰ উচ্ছ্বাস থাকিলেও বিষয়-বস্তুৰ মৌলিকতা আৰু ৰচনা-ভঙ্গীৰ বৈশিষ্ট্য পৰবৰ্ত্তী গীতবোৰত পোৱা নাযায়; মহাপুৰুষ দুজনাই প্ৰয়োগ কৰা ভাৱ, ভাষা আৰু অলঙ্কাৰৰ সহজ অনুকৰণহে দেখা যায়। এইকাৰণে বিষয়বস্তু আৰু বৰ্ণনাভঙ্গীৰ সাদৃশ্য থাকিলেও এই পৰবৰ্ত্তী গীতসমূহক বৰগীত বোলা নহয়। বহুতো অখ্যাত নামা কৱিয়ে মাধৱদেৱৰ নামত ভণিতা পেলাই বেনামীভাৱে নিজৰ গীত প্ৰচলন কৰাৰ চেষ্টাও দেখা যায়; দুই এজনে বিষ্ণুপুৰী আৰু সন্ত কবিৰৰ নামতো গীত ৰচনা কৰা দেখা গৈছে।

গীত ৰচনাত বিভিন্ন সংহতিৰ অন্তৰ্ভুক্ত বৈষ্ণৱ সত্ৰসমূহৰ অধিকাৰসকলে বিশেষ আগভাগ লোৱা দেখা গৈছে। কালসংহতিৰ অন্তৰ্ভুক্ত বিভিন্ন শাখাৰ গোঁসাইসকলেই সৰহ সংখ্যক গীত ৰচনা কৰি গৈছে। শঙ্কৰোত্তৰ গীতবোৰক দুই শ্ৰেণীত ভাগ কৰিব পৰা যায়—(১) ব্ৰজবুলি ভাষাত ৰচনা কৰা গীত আৰু (২) বিশুদ্ধ অসমীয়াত ৰচনা কৰা গীত। ব্ৰজবুলিত ৰচনা কৰা গীতবোৰ শঙ্কৰ-মাধৱৰ গীতৰ সহজ অনুকৰণ। অসমীয়াত ৰচনা কৰা গীতৰ ভিতৰত দেহ-বিচাৰৰ গীতবোৰ বিশেষভাৱে উল্লেখযোগ্য। ইয়াত তন্ত্ৰপ্ৰধান-যোগ পদ্ধতিৰ "পিণ্ড-ব্ৰহ্মাণ্ড" মতবাদ আৰু কায়া-সাধন প্ৰণালীৰ বিৱৰণ পোৱা যায়। এনে ধৰণৰ কিছুমান গীত মাধৱদেৱৰ নাম দি ৰচনা কৰা হৈছে, এইবোৰ বেনামী গীত। শঙ্কৰোত্তৰ যুগত ৰচনা কৰা গীতৰ আন এটা মন কৰিবলগীয়া পৰিৱৰ্ত্তন হ'ল ৰাধা চৰিত্ৰক কেন্দ্ৰ কৰি। শঙ্কৰী যুগৰ বৰগীতত বা গীতত ৰাধাৰ স্থান নাছিল আৰু ৰাধা-কৃষ্ণৰ আদি-ৰসাত্মক প্ৰেম-চাতুৰিৰ বিৱৰণো পোৱা নাযায়। মাধৱদেৱৰ নাটৰ দুই-এটা গীতত ৰাধাক স্থান দিছে যদিও কৃষ্ণৰ প্ৰণয়িনীৰূপে নহয়, এজনী বয়সীয়া গোপী ৰূপেহে। কিন্তু ১৮শ শতাব্দীৰ গীতৰচক সকলে ৰাধাক কৃষ্ণৰ প্ৰনয়িনীৰূপে চিত্ৰিত কৰি শৃঙ্গাৰ ৰস পৰিবেশন কৰিছে। এই

যুগৰ কাব্যতো ভক্তিভাৱ থাকিলেও তাৰ গাঢ়তা নাই, লৌকিক ভাৱৰ ফালেহে কৱিৰ আকৰ্ষণ অধিক।

এই সংগ্ৰহত বহুতো গীতিকাৰ বাদ পৰি গৈছে আৰু যি সকলক অন্তৰ্ভুক্ত কৰা হৈছে তেওঁলোক প্ৰত্যেকৰে কেইটামানকৈহে গীত নিদৰ্শন স্বৰূপে গ্ৰহণ কৰা হৈছে। তথাপি গীতি-কৱিতাৰ পাঁচশ বছৰীয়া ধাৰাৰ কিছু আভাস এই সংগ্ৰহে দিব পাৰিব বুলি আমাৰ বিশ্বাস।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা

# প্ৰাক্-শঙ্কৰী যুগ

মাধৱ কন্দলি
দুৰ্গাবৰ কায়স্থ
পীতাম্বৰ কৱি
সুকৱিনাৰায়ণ দেৱ

## চিত্ৰকূট দৰ্শন

অবিলম্বে চিত্ৰকূট বন পাছে পাইলা।
হৰিষ বদনে ৰাম সীতা মুখ চাইলা॥
দেখা দেখা জানকী হৰিষ কৰি মন।
ফল মূল যুকত বিবিধ তৰুবন॥
জাঁই যূতি বকুল বন্ধুলী কৰ্ণিকাৰ।
কাঞ্চন টগৰ কুন্দ শেৱালী মন্দাৰ॥
অশোক পলাশ ফুলি গৈলা হিসা-হিসি।
নাগেশ্বৰ চম্পক ফুলিল অহৰ্নিশি॥
পিণ্ড টগৰ বক ফুলিল সেৱতি।
ধস্তূৰ কনৌৰ আৰু ফুলিল মালতি॥
ওড়পুষ্প গুৱামালি আৰু নোৱামালি।
তমাল তুলসী মাধৈ মৰুৱা শেৱালী॥
বসন্ত সময়ে কামৰাজাৰ পয়ান।
পুষ্পৰ ধনুত আৰোপিয়া পঞ্চবাণ॥ 1980
ভাৰ্য্যাপুৰুষক কামবাণে কৰে লখ[1]।
বিৰহী-জনৰ ভৈল সহন আশখ[2]॥
সেনাপতি লৰি ভৈল মলয়াৰ বাৱ।
মহাবীৰ নাদ ভৈল কোকিলৰ ৰাৱ॥
পক্ষীগণ ৰাৱে যেন বাৱে বাদ্য ভণ্ড।
নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড॥
গুঞ্জৰিত ৰাৱে সৱে ভ্ৰমৰ লৰিল।
কেতেকী কুসুমে যেন কোদণ্ড গঢ়িল॥

[1] লখ=লক্ষ্য। [2] আশখ=অশক্য।

কোকিল ভ্ৰমৰ পক্ষী ময়ূৰৰ ৰাৱে।
কামব্যাধি পীড়িয়া নসহে মোৰ গাৱে॥
দেখ দেখ সীতা আম জাম পনিয়াল।
তাম্বুল কঠাল নাৰিকল নানা ফল॥
কমলা মোহৰি শ্ৰীফলৰ গন্ধ বহে।
নানা ফুল ফলৰ সুৰভি বায়ু বহে॥
সৱে বৃক্ষ বাঢ়য় মাসৰ ফল ধৰে।
অশেষ চটকে পৰি পৰি বোল কৰে॥
জলচৰ থলচৰ জাকে জাকে পক্ষী।
সীতাক বিনান্তে চলি যান্ত লখি লখি॥
কঙ্ক বক মউপীয়া পক্ষী মনোনীত।
নানাবিধ চিত্ৰপক্ষী দেখিতে শোভিত॥
কোকিলৰ ৰাৱ ফেঙ্গা শুক সাৰি।
মনোহৰ পক্ষী যত বৰ্ণাইতে নপাৰি॥
মন্দাকিনী নদীত দেখিয়া পক্ষীগণ।
সীতাক সম্বুধি ৰামে বুলিলা বচন॥
ৰাজহংস দেখা সীতা তোমাৰ গমন।
চক্ৰবাক যুগল তোমাৰ দুই স্তন॥
কলহংস ৰাৱ কাঙ্কি নূপুৰৰ নাদ।
বদন কমল তোৰ দেখিতে আহ্লাদ॥
বদন উপৰে তোৰ নয়ন যুগলে।
খঞ্জন দুতয় যেন চলয় কমলে॥
জনকৰ জীউ দেখা নদী মন্দাকিনী।
তোমাৰ সদৃশ সুশোভিত মধ্যক্ষিণী॥
বিদূৰ গমনে যেন মিলিল প্ৰয়াস।
কৃশ ভৈল শৰীৰ ঈষত ফেন হাস॥
চিত্ৰকূট পৰ্ব্বতক দেখিয়োক সীতা।
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা॥

ওপৰৰ মেঘ যেন দেখিয় শোভন।
বাঢ়িল নিকলি যেন পৃথিবীৰ স্তন ॥।
শিখৰ ওপৰে মন্দাকিনী শুক্ল জল।
গুণক ঢাকিয়া যেন বস্ত্রৰ অঞ্চল ॥
সুৰভি শীতল বায়ু বহে বৃক্ষতলে।
উপভোগ কৰিও অমৃত সমফলে ॥।
সুশোভন গৈৰিক বিচিত্র ধাতু ভাল।
সুবর্ণৰ ৰতন মণি মাণিক পোৱাল ॥
পাৰিজাত মন্দাৰ চম্পক শাল তাল।
অশেষ ৰমণ সুখে বঞ্চিয়োক কাল ॥।
তুমি সমে চিত্রকূটে হৈবো আমি থিত।
গৌৰী মহাদেৱ যেন কৈলাশ গিৰিত ॥
মৃগসৱ মাৰিয়া ভুঞ্জিবো প্ৰতি নিত।
অযোধ্যাৰ জন এবে ভৈলা অবিদিত ॥।
এহি মতে নানা বন পৰ্ব্বত এড়াইলা।
কথামাতে জানকীৰ পথ পাসৰাইলা ॥
শিথিল গমনে ৰাম জানকী লক্ষ্মণে।
পৰ্ব্বতে নিকটে গৈয়া পাইলা কতোক্ষণে ॥।
দুয়ো ভাই তেতিক্ষণে পৰ্ব্বত মূলত।
আশ্ৰম নিৰ্ম্মিলা মন্দাকিনীৰ কূলত ॥

# দুৰ্গাবৰ কায়স্থ

## সীতাৰ বিলাপ

॥ ৰাগ—অহিৰ ॥

আ কি বিধি হে
কৰ্ম্ম-বন্ধ এৰাইতে নাপাৰি।
নিৰ্ম্মল কুলৰ মাজে কলঙ্ক ৰাখিলো হে
এবে ভৈলো কুল-খিলিঙ্কাৰী[১] ॥

মই অলক্ষিণী লাগি প্ৰভুক পঠাইলো হে
লক্ষ্মণকো পঠাইলো উদ্দেশে।
শূন্য গৃহ পায়া মোক ৰাৱণে হৰিলা হে
নষ্ট গৈলো আপুনাৰ দোষে॥

মৃগক মাৰিয়া প্ৰভু পালটি আসিয়া হে
মেৰত যে নেদেখিব সীতা।
কি জানি কি ভৈলা বুলি অৰণ্যে ভ্ৰমিব হে
চিন্তা কৰি হৈব আকুলিতা॥

আনে মন্দ বুলিবেক তাকো প্ৰভু শুনিবেক
নানা কথা ভাবিব মনত।
অবশ্যে কু-অভিপ্ৰায়ে পঠাইলে লক্ষ্মণ হে
যত দোষ পৰিব মোহোত॥

অসতী ৰমণী সীতা পলালে অন্তৰি হে
ভাবিব মনত ৰঘুপতি।
বন-বাসে বাস কৰি বৰ দুখ পাইলা হে
সি গুণে এৰিলা নিজ পতি॥

---

[১] খিলিঙ্কাৰী = কলঙ্কিনী।

সম্পদে সুন্দৰী নাৰী আপদে পলাইলা এৰি
তিৰী জাতি নোহে আপুনাৰ।
এহি বুলি নাৰায়ণে কান্দিবেক অনুক্ষণে
আমাক কৰিয়া তিৰস্কাৰ॥
এহি জনমক লাগি নৈৰাশা কৰিলো হে
পুনু নাহি দেখিবো নয়নে।
মহাশোক কৰি মায়ে অধোমুখ কৰি চায়ে
কবি দুৰ্গাবৰ দাসে ভণে॥

॥ ৰাগ—ভাটিয়ালি ॥

আ কি বিধি হে
কোন ক্ষণে মই জনম লভিলো।
কৈলো মই মহাপাপ নুগুচে হৃদয়-তাপ
ৰাম স্বামী অনাথ কৰিলো॥
ৰামৰ ভাৰ্য্যাক ধৰি ৰাৱণে নিলেক হৰি
এহি ঘুষিবেক ৰাজ্যে ৰাজ্যে।
পতিব্ৰতা ধৰ্ম্ম মোৰ সৱে নষ্ট ভৈলা হে
কেনে প্ৰাণ ধৰোঁ হেন লাজে॥
লক্ষেকৰ মোল জীৱ দুই লক্ষৰ জাতি হে
তিনি লক্ষ টকাৰ সত্য হুয়া।
হেনয় অমূল্য ধৰ্ম্ম কিমতে ৰাখিবো হে
ৰাক্ষসৰ হাতত পৰিয়া॥
চন্দ্ৰ-আদিত্যৰ জ্যোতি গগনে উদয় হে
তাৰো ভৈলা কলঙ্ক অখ্যাতি।
যেন তেন প্ৰকাৰে যে শান্তি পুণ্য ৰাখিবোহো
সঞ্জাত নযাইব ৰঘুপতি॥

ৰাৱণৰ ৰথে আই বিলাপ কৰন্তে যাই
শৰীৰ ঢাকিলা দীৰ্ঘ কেশে।
হা হা ৰাম স্বামী বুলি ফুকন্তে কান্দন্তে হে
কবি ভণে দুৰ্গাবৰ দাসে॥

## ৰামৰ খেদ

॥ ৰাগ—অহিৰ ॥

আ কি লখমণ গৈলা সীতা মোক উপেক্ষিয়া
তৃণত শয়ন মোৰ বল্ক পৰিধান হে
এহি দুখ মনে আলচিয়া॥
এৰেসে জানিলো সীতা ৰামৰ সুহৃদ নোহে
এৰি মোক গৈলা কোন ভিতি।
একক লক্ষ্মণ যেন আমিও ভৈলোহো তেন হে
সহজে চঞ্চাল তিৰী-জাতি॥
সম্পদে সুন্দৰী নাৰী আপদত গৈলা এৰি
মই তাক জানোহো স্বৰূপে।
জনক-দুহিতা হুয়া স্বামীক তেজিল হে
কেনে জীওঁ এতেক সন্তাপে॥
আখুটি কৰিয়া মোক মৃগক পঠাইলা হে
তোমাকো পঠাইলা ক্ৰোধ কৰি।
মই নজানিলো তান কপট হৃদয় হে
বনে দুখ সহিতে নপাৰি॥
সুবৰ্ণৰ মৃগ মাৰি যতনে আনিলো হে
ৰত্ন জেউতি জ্বলয় পিঠিতে।
ৰূপাৰ চৰণ চাৰু শোভন কৰয় হে
হেন মৃগ দিবো কাৰ হাতে॥

হাতৰ গাণ্ডীৱ বামে আছাৰি পেলাইলা হে
খণে ছাৰে দীৰ্ঘ যে নিশ্বাস।
শ্ৰীৰাম চৰণ যুগ প্ৰণতি কৰিয়া কহে
কবি ভণে দুৰ্গাবৰ দাস॥

॥ ৰাগ—ছালনী ॥

শুন শুন প্ৰাণ লক্ষ্মণ বে ভাই
কাক লৈয়া বঞ্চিবোহো বনে।
প্ৰাণৰ কামিনী সীতা হৰুৱাইলো
অমৃতে নলয়ে মোৰ মনে॥
এখানে আছিলো ৰমণী সহিতে
খেলাই পাশাৰ সাৰি।
কোন মন্দ ক্ষণে মই পাপ কৰিলো
হৰাইলো কুলৰ নাৰী॥
মনুষ্য—সঞ্চাৰ নাহি দণ্ডকাত
অন্য নানা পশু পক্ষী।
ইহাৰ মধ্যত কোনে হৰি নিলে
একেশ্বৰী সীতা দেখি॥
মোৰ যে মন্দিৰ নালাগে গম্ভীৰ
নুশুনি সীতাৰ ঠাৱ।
পাশা-গুটিগণ আছয় সকলে
প্ৰিয়া গৈলা কোন ঠাৱ॥
পৰ্ব্বতে পৰ্ব্বতে চাহিলো সমস্তে
ঋষি তপ কৰে যথা।
নদী সৰোবৰ গিৰিয়ে গহ্বৰ
বিচাৰি নাপাইলো সীতা॥

অতি অল্প জ্ঞান বালক সমান
নোহয় চতুৰা নাৰী।
অভিনৱ বালা আতি আলা-ভোলা
অবাল ৰাজকুমাৰী॥
অন্ধকাৰময় নাহি পন্থচয়
নজানো দিশ-বিদিশ।
হেন গহনত গৈলা কেন মত
ভৈলা আতি বিসদৃশ॥
লক্ষ্মণ-বদন চাহি ঘনে ঘন
কাৰুণ্য কৰে শ্ৰীৰাম।
বোলে দুৰ্গাবৰে ৰামৰ কিঙ্কৰে
লেছাৰী আতি উপাম॥

# পীতাম্বৰ কৱি

## উষাৰ বিৰহ

॥ ৰাগ—বসন্ত ॥

এৰিয়া নযায়ো প্ৰাণেৰ বল্লভ
কান্দে বিৰহিণী উষা।
নষ্ট কৰা কেনে আপোনাৰ ধন
পাথৰে বান্ধিয়া মন॥
বসন্তকালে সব ফুল ফুটিল
পৰাণ হিয়াৰ মাজে।
পয়োধৰজিনি কিংশুক ফুটিল
সংসাৰ ভৰিল লাজে॥

চুত কদম্ব ভ্রমরাব বোল
কোকিল পঞ্চম গায়।
বৈব হৈয়া গেল পবন মন্দা
গগনে উদয় দারুণ চন্দা॥
সোণাব খাটত কুসুমেব মশারি
গজ মুকুতাব থোপা।
স্বামী লৈয়া তাতে বঞ্চিলোহো বাতি
সব আছে হেব নেদেখো পতি॥
কোন কুলক্ষণে পবিলো নিন্দ
কাল হৈয়া গেল বাতি।
যে বোল বুলিলা আরেব চাবা
প্রাণ লৈয়া গেল পাতিয়া মায়া॥
ভাল নহে প্রভো তোমাব ই কাজ
কেনেনো নিঠব হিয়া।
অপোবা বনত অগনি দিয়া
কেনে প্রাণনাথ গৈলা পলায়া॥
মই জানো হেন মন তোমাব
কি কার্য্যে বাখিবো দেহা।
মদন বাণে তনু মোব দহে
হবিব দাস পীতাম্ববে কহে॥

## অনিৰুদ্ধৰ স্বপ্ন

### গীত

॥ ৰাগ—ৰামগিৰি ॥

স্বৰ্গ চাড়িয়া কামসেনা নামিল ভূমিতে।
ধৰিয়া উষাৰ ৰূপ কুমাৰে ছলিতে যে॥
কপূৰ্ব তাম্বুল মুখে লহৰী খেলায়।
কুমাৰেৰ সম্মুখে গিয়া আড় নয়নে চায় যে॥
খসাইল লোটন বালী পিঠে পড়িয়া লুলে।
আৰবাৰ বান্ধ দিয়া মালতীৰ ফুলে যে॥
অঙ্গমূৰা দিয়া কন্যা দুই বাহু তুলিয়া।
শ্ৰীফলক যোৰ কুচ দেখায়া হাসিয়া যে॥
যেনে আসে যেনে যায় যেনে থাকে ৰৈয়া।
যেনে আড় নয়নে কুমাৰক আছে চায়া যে॥
চলিতে নাজানে ঘনে যায় কোনভিতি।
অকাৰণে হাসে খণে খণে কোপ মতি যে॥
খসাইল কুণ্ডল আৰবাৰ পিন্ধে কাণে।
খণে খণে আগে ৰৈয়া কিবা কেনে মনে যে॥
দেখিয়া কুমাৰেৰ মন বিকল কামশৰে।
আঞ্চোলে ধৰিয়া সে মিনতি কৰে ধীৰে যে॥
প্ৰাণ ৰাখ শশীমুখী আলিঙ্গন দিয়া।
কহে গীতাম্বৰ হৰি চৰণে বন্দিয়া যে॥

## অনিৰুদ্ধৰ প্ৰেম ভিক্ষা

### গীত

॥ ৰাগ—সুহাই ॥

শুন শুন খঞ্জন নয়নি প্ৰাণ বহে কেন মনে।
তোমাক দেখিয়া, তনু মোৰ অথিৰ, বিকল মদন বাণে যে ॥
সপনে কামিনী, দেখিয়া তখনি, কুমাৰ মদন ভোলে।
বচন মিনতি, নামানি সুগুনে, বুজায় ধৰি আঞ্চোলে ॥
চান্দ যিনি তোৰ, মুখ মনোহৰ, অধৰ অমিয়া আশে।
বিলম্বনে তোৰ, এ মন চকোৰ, আকুল ভৈল পিয়াসে যে ॥
দৰশন দিয়া, নাযায়ো ভাণ্ডিয়া, আৰ কি পৰাণ বহে।
পুৰুষৰ বধে তিৰী বড় পাপী মুনিগণে হেন কহে যে ॥
নয়ন শৰে তনু মোৰ জড়জড়, কত কোপ তোৰ আছে।
আলিঙ্গন দিয়া লৈ যাহ কিনিয়া, প্ৰাণ যায় জানো পাছে যে ॥
মদন সৰ্পে তনু মোৰ দংশিল নাহি আক পৰচাৰ।
গায় বিষে মোৰ তনু বিয়াকুল ঔষধ তোৰ শৃঙ্গাৰ যে ॥
তোৰ দৰশনে কামাতুৰ জনে মন হংস কৈল বন্দী।
লোভ পাশে ধৰি বান্ধে ভিৰি ভিৰি এৰাইতে নাহিকে সন্ধিযে ॥
যত বোল বুলি শ্ৰৱণে নাশুন কি তই নিষ্ঠুৰ আতি।
কোন বিধি তোৰ তনু নিৰমিল পাথৰে বান্ধিয়া মতি যে ॥
দোষ দেখা যেৱে দণ্ড কৰা তেৱে বান্ধিয়া এভুজ পাশ।
হৰি পৰসনে পীতাম্বৰে ভণে নকৰা প্ৰাণ নৈৰাশ।

## সুকৱিনাৰায়ণ দেৱ

### লখিন্দাৰৰ সৰ্প দংশনত বিলাপ

গীত

দিহা ঃ বেহুলা জাগ, উঠ মোৰ প্ৰিয়া।

পদ ঃ উঠ উঠ প্ৰাণেশ্বৰী কত নিদ্ৰা জাস।
মোক খাইলে কালি নাগে চক্ষু মেলি চাস॥
তোৰ সম অভাগী নাহিকে ক্ষিতি ত'লে।
অকালতে বাঁৰী ভৈলি খণ্ডব্ৰতৰ ফল॥
কতোজন্মে খণ্ডব্ৰত কৈলি বহুতৰ।
সেহি দোষে তোক এৰি যাও লখিন্দৰ॥
মাৱ সোনেকা মোৰ মৰণ শুনিলে।
অগনি জ্বালিয়া মৰে গাৱৰ আঞ্চলে॥
আমাৰ মৰণে মাৱ মৰিব পুৰিয়া।
খ্যাতি ৰাখিব মাৱে সংসাৰ জুৰিয়া॥
বিষৰ জ্বালাত লখাই বিনাৱে বচন।
কালনিদ্ৰা বেহুলাৰ নাহিকে চেতন॥
কাঁয়া আঙুলিৰে বিষে ব্ৰহ্মদ্বাৰ পাইল।
বেহুলা বেহুলা লখাই ডাকিবে লাগিল॥
সুকৱিনাৰায়ণদেৱৰ সৰস পাঁচালী।
লখাইৰ করুণা বুলি এক যে লেচাৰী॥

## বেউলাৰ বিলাপ

### গীত

দিহা ঃ প্ৰাণপ্ৰভু হৰুৱাইলো ৰে, ওৰে গুণনিধি।

পদ ঃ প্ৰভো প্ৰভো বুলি বেউলা কান্দে শোকাৰুণে।
বেউলাৰ ক্ৰন্দনে কান্দে যত সখীগণে॥
হাঁ প্ৰভো আমাক এৰি তুমি গৈলা কোথা।
কোন দোষে ভৈল মোৰ দশমী অৱস্থা॥
মদন মোহন প্ৰভু তোমাসাৰ জ্যোতি।
অকালতে বাঁৰী ভৈলো বেউলা ৰূপৱতী॥
অমৃত সমান প্ৰভু তৱ মুখৰ বাণী।
পূৰ্ণৰূপে মই নুশুনিলো অভাগিনী॥
আমাৰ হাতে অন্ন প্ৰভু খাইতে কৈলা মন।
বৰ যত্ন কৈলা প্ৰভু কৰিতে বন্ধন॥
আগে ফলাহাৰ প্ৰভু কৰাইলো তোমাৰে।
সেহিসে দাৰুণ দুঃখ ৰহিল আমাৰ॥
কি কাৰণে মল্লা প্ৰভু নিদিলা উত্তৰ।
মুখে মুখ, চোখে চোখ এক এক কৰি॥
বিষাদে ভাবিয়া কান্দে সাহৰ কুমাৰী॥
সুকৰিনাৰায়ণদেৱৰ সৰস পাঞ্চালী।
পয়াৰ প্ৰৱন্ধে বুলি এক যে লেচাৰী॥

# শঙ্কৰী যুগ

শ্ৰীশঙ্কৰদেৱ
মাধৱদেৱ
ৰাম সৰস্বতী
অনন্ত কন্দলি
কৱিশেখৰ
ৰামচৰণ ঠাকুৰ
গোপালদেৱ
উদাৰ গোৱিন্দ
পুৰুষোত্তম ঠাকুৰ

শঙ্কৰদেৱ

## গোপীৰ কৃষ্ণ অন্বেষণ

ঘোষা ঃ কৈত পাইবো প্ৰাণ গোপাল আমি।
হৰাইল অৰুণলোচন স্বামী॥

পদ ঃ উচ্চ বৃক্ষ দেখি সোধে সাদৰি।
শুনিয়ো অশ্বত্থ বট পাকৃড়ি॥
যাহান্তে দেখিলা নন্দ-কুমাৰ।
নেন্ত চুৰি কৰি চিত্ত আমাৰ॥
হে কুৰবক অশোক চম্পা।
কহিয়ো কথা কৰা অনুকম্পা॥
মানিনীৰ দৰ্প কৰিয়া চুৰ।
নজানো কৃষ্ণ যান্ত কতদূৰ॥
ওবা তুলসী সমিধান দিয়া।
তুমি গোবিন্দৰ চৰণ-প্ৰিয়া॥
যাহান্তে দেখিলা নন্দ-কুমাৰ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ॥
হে জাই যূথী, সখী মালতী।
কৃষ্ণ পৰশে কি লভিলা গতি॥
সমস্তে গোপীৰ জীৱন ধন।
দেখিলা যাহান্তে নন্দ-নন্দন॥
হে আম জাম বেল বকুল।
নাহি উপকাৰী তোমাৰ তুল॥
কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ।
কোৱা কৈক গৈল প্ৰাণ আমাৰ॥

কিনো তপ ওবা কৰিলা ভূমি।
কৃষ্ণৰ চৰণ-পৰশে তুমি॥
মিলি আছে আতি আনন্দভাৰ।
দেখো ৰোমাঞ্চিত তোমাৰ গাৱ॥
পূৰ্ব্বতো বাৰাহে আছে আলিঙ্গি।
তুমি সৰ্ব্বকালে কৃষ্ণৰ সঙ্গী॥
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আমাত হুয়া সদয়॥
মৃগপত্নী সখি দেখিলা হৰি।
তোমাৰ নেত্ৰৰ আনন্দকাৰী॥
যান্ত প্ৰিয়া-সমে গতি বিলাসে।
হেৰ, কুন্দ-গন্ধ-কুঙ্কুম বাসে॥
কতো গোপী বোলে শুনিয়ো বাণী।
লতাত কৃষ্ণৰ পুছোঁ কাহিনী॥
কৃষ্ণৰ নখৰ পৰশ পাই।
দেখা পুলকিত সমস্তে কায়॥
বোলে বাক্যসৱে উন্মত্ত ভাৱে।
কৃষ্ণক বনত বিচাৰি চাৱে॥
কৃষ্ণ-গুণ গান্তে প্ৰেম উপজে।
কৃষ্ণতে মন সমুদায় মজে॥
সমস্তে বিহ্বল হুয়া গোপিনী।
কৰৈ কৃষ্ণ-লীলা কতো আপুনি॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
বোলা হৰি হৰি সমস্ত জনে॥

## বৰ্ষা বৰ্ণন

শুক মুনি পৰীক্ষিত ৰাজাত কহিল।
গ্ৰীষ্ম গৈলে ঋতু আসি বাৰিষা মিলিল॥
বিবিধ মণ্ডল কৰৈ সূৰ্য্যৰ প্ৰকাশ।
তাৰে ৰশ্মি চিকিমিকি দেখিয় আকাশ॥
বহে খৰ্ব্ব বায়ু নুশুনয় মাত বোল।
গগনক ঢাকি মহা মেঘৰ আন্দোল॥
ঘনে ঘনে দেই আতি বিজুলী চমক।
লাগৈ তিৰিমিৰি আসি চক্ষুত ঝমক॥
নাকলিয় চন্দ্ৰসূৰ্য্য জ্যোতিতাৰাগণ।
যেন জীৱ-আত্মা শৰীৰতে ভৈলা ছন॥
আঠ মাস নিলে ৰশ্মি পৃথিবীৰ সত্ব।
ছুনাই সূৰ্য্যে এৰি দেন্ত বাৰিষা কালত॥
বিদ্যুত সঞ্চাৰে চণ্ড বাতাসে চঞ্চল।
নিৰন্তৰে মেঘগণে বৰিষিল জল॥
খাল-বাম ভৰি ভূমি ভাগি বৰৈ জান।
যেন মহামহন্তে দুখীক দিলা দান॥
গ্ৰীষ্মত আছিল শুখাই ৰৌদ্ৰতাপ সহি।
বাৰিষা কালত ছুনাই পুষ্ট ভৈল মহী॥
তপ উপবাসে দেহা আছিল শুখাই।
ছুনাই ভোগ ভুঞ্জিলাত আপুনি পুষ্টাই॥
জুই আঙনি জ্বলৈ বাৰিষা নিশাত।
নকৰৈ প্ৰকাশ তাত নক্ষত্ৰে সাক্ষাত॥
যেন কলিযুগে বেদশাস্ত্ৰে হৰৈ ছন্ন।
প্ৰকাশে পাষণ্ড শুনৈ তাৰেসে বচন॥
নাদ শুনি মেঘৰ বেঙৰ বোল চড়ে।
গুৰু পাঠ দিলে যেন শিষ্যে পাচে পঢ়ে॥

বহৱৈ বিপথে আতি ক্ষুদ্ৰ নদী যত।
কৰৈ অকাৰ্য্যক যেন ধনৰ গৰ্ব্বত ॥
নীলবৰ্ণ সুকোমল তৃণে ভৈল ছন্ন।
ঠাই ঠাই ভূমিক দেখিয় কৃষ্ণ বৰ্ণ ॥
কৰিল গুৱালী পলুৰঙ্গা থানে থান।
অসংখ্যাত বেঙছতা দেখি বিদ্যমান ॥
প্ৰকাশৈ বাৰিষা নানা বৰ্ণে বসুমতী।
জ্বলৈ ৰাজশ্ৰীয়ে যেন পৰম সম্পত্তি ॥
নানাবিধ বস্ত্ৰে কাচি-পাৰি সামৰাজ।
দণ্ডে ছত্ৰে ছানি যেন ৰাজা ভৈল বাজ ॥
বৃষ্টিজল পায়া শস্য কৰৈ হলফল।
দেখি কৃষকৰ মনে মহা কুতূহল ॥
শুখাই পড়ৈ জল পুনু অত্যন্ত আসুখ।
দৈৱাধীন নাজানিলে মিলৈ মহাদুখ ॥
বাৰিষাত নৱ পানী ব্যাপি পাৱৈ আসি।
কৰৈ স্নান-পান যত জলস্থলবাসী ॥
হৱৈ সুকুমাৰ মহাৰূপ মনোহৰ।
হৰি ভক্তি কৰৈ যেন লোকক সুন্দৰ ॥
হুয়া নদী সৱ সমে সঙ্গম সাগৰ।
কৰিল কল্লোল মহা উৰ্ম্মি ভয়ঙ্কৰ ॥
যেন যিটো যোগীৰ নুগুচৈ কাম কষ্ট।
বিষয়ক পাইলে পুনৰপি হৱৈ ভ্ৰষ্ট ॥
যদ্যপি মুষলধাৰে মেঘে বৰষিল।
তথাপি পৰ্ব্বতে পীড়া কিচো নজানিল ॥
যিজনৰ মন ভৈল কৃষ্ণত প্ৰৱেশ।
তাক যেন লজ্ঘিবে নপাৰে দুখক্লেশ ॥
পঞ্চবৰ্ণে ৰঞ্জিত নিগুৰ্ণ ইন্দ্ৰধনু।
গুণৱন্ত মেঘত প্ৰকাশে পুনু পুনু ॥

যেন তিনি গুণময় জগত যতেক।
নিগুৰ্ণ পুৰুষ তাত প্ৰকাশৈ প্ৰত্যেক॥ 80
চন্দ্ৰজ্যোতি প্ৰকাশিত যিটো মেঘগণ।
নজ্বলন্ত চন্দ্ৰো সেহি মেঘে হুয়া ছন্ন॥
যেন যিটো চৈতন্যে প্ৰকাশে অহঙ্কাৰ।
সেহি অহঙ্কাৰে ঢাকে জৌতি জীৱাত্মাৰ॥
মেঘৰ সম্বাদে মিলৈ আনন্দ প্ৰচুৰ।
চালি ধৰি নাচৈ আসি অনেক ময়ূৰ॥
যেন গৃহবাসী দুখে পৰম তাপিত।
হৰি ভকতিক পাইলে শান্ত হোৱৈ চিত॥

. . . . . .

পশুপক্ষী বৃক্ষবো আনন্দে মগ্ন মন।
বাৰিষা ঋতুৰ শ্ৰীক চান্তে ঘনে ঘন॥
পৰ্ব্বতৰ নিৰ্ঝৰৰ নাদ শুনি আতি।
গোপগণ সমে উণাৰন্ত[১] কাণ পাতি॥
বৃষ্টি আসৈ দেখি কতো গহ্বৰে পৈশন্ত।
ফলমূল আনি কতো সমস্তে ভুঞ্জন্ত॥
গোপগণে সমে লগাই হাস পৰিহাস।
কতো ক্ৰীড়া কৰি আতি পাৰন্ত প্ৰয়াস॥
জলৰ নিকটে গৈয়া পৱিত্ৰ শিলাত।
কুতূহলে ভোজন কৰন্ত দধিভাত॥
প্ৰশংসন্ত কৃষ্ণে বাৰিষাৰ শ্ৰীক চাই।
উপকাৰী প্ৰাণীৰ ইহাত পৰে নাই॥
এহিমতে ক্ৰীড়াত দিৱস যায় বই।
যান্ত কৃষ্ণে গোষ্ঠক আগত ধেনু লৈ॥

১ উণাৰন্ত=দূৰৰ শব্দ কাণ থিয় কৰি শুনা।

## বৰগীত

॥ ৰাগ—আশোৱাৰী ॥

জয় জয় যাদৱ জলনিধিজা[১] ধৱ ধাতা
শ্ৰুত মাত্ৰখিল ত্ৰাতা।
স্মৰণে কৰয় সিদ্ধি দীন দয়ানিধি
ভকত মুকুতি পদ দাতা ॥ ধ্ৰুং ॥
জগজন জীৱন অজন[২] জনাৰ্দ্দন
দনুজ দমন দুখহাৰী।
মহাদানন্দ কন্দ[৩] পৰমানন্দ
নন্দ নন্দন বনচাৰী ॥
বিবিধ বিহাৰ বিশাৰদ শাৰদ
ইন্দু নিন্দি পৰকাশী।
শেষশয়ন[৪] শিৰ কেশী বিনাশন
পীতবসন অবিনাশী ॥
জগতবন্ধু বিধু মাধৱ মধুৰিপু
মধুৰ মূৰতি মুৰনাশী।
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ
শঙ্কৰ এহু অভিলাষী ॥

॥ ৰাগ—আশোৱাৰী ॥

শুন শুনৰে সুৰ-বৈৰী-প্ৰমাণ-নিশাচৰ নাশনিদান।
ৰাম নাম যম সমৰক সাজি সমদলে কয়লি পয়ান ॥ ধ্ৰুং

---

[১] জলনিধিজা = লক্ষ্মী। [২] অজন = অজ। [৩] কন্দ = মূল, গুৰি
[৪] শেষশয়ন = অনন্তশায়ী।

ঠাট[১] প্ৰকট পটু কৌটি কৌটি কপি
গিৰি গৰ গৰ পদ ঘাৱে।
বাৰিধি তীৰ তৰি কৰে গুৰুতৰ গিৰি
ধৰি ধৰি সমৰক ধাৱে॥
হাট ঘাট বহু বাট বিয়াপি
চৌগড় বেড়লি লঙ্কা।
গুৰু ঘন ঘন ঘোষ ঘৰিষণ গৰ্জ্জন
শ্ৰবণে জনময় শঙ্কা॥
ধীৰ বীৰ শূৰ শেখৰ বাঘৰ
বাৰণ তুৰা পৰি ঝাম্পে।
সুৰ নৰ কিন্নৰ ফনধৰ থৰ থৰ
মহীধৰ তৰসি প্ৰকম্পে॥
অন্ধ মুগুধ দশকন্ধ পাপ বুধ
জানকী শিৰত চড়ায়।
ৰঘুপতি পদ বৰ ধৰ ৰজনীচৰ
শঙ্কৰ কহতু উপায়॥

॥ ৰাগ—ধনশ্ৰী ॥

নাৰায়ণ! কাহে ভকতি কৰোঁ তেৰা।
মেৰি পামৰ মন মাধৱ ঘন ঘন
ঘাতুক পাপ নাছোৰা॥ ধ্ৰুং॥
যত জীৱ জঙ্গম কীট পতঙ্গম
অগ-নগ-জগ তেৰি কায়া।
সবকহু মাৰি পূৰত ওহি উদৰ
নাহি কৰত ভূতদায়া॥

[১] ঠাট=সৈন্যৰ সমাৱেশ।



ঈশ স্বৰূপে হৰি সব ঘটে বৈঠই
যৈচন গগন বিয়াপি।
নিন্দা বাদ পৈশুন্য হিংসা হৰি
তাঁহে কৰোহোঁ হামু পাপী॥
কাকু[১] শঙ্কৰে কয় কবহু করুণা নাথ
যোনো ছাড়হোঁ ৰাম বাণী।
সব অপৰাধক বাধক তুৱা নাম
তাহে শৰণ লেহোঁ জানি॥

॥ ৰাগ—শ্ৰী ॥

গোপালে কি গতি কৈলে গোবিন্দে কি মতি দিলে
নাথ হে বিফলে বয়স সব গেলবে॥ ধ্ৰুং॥
এ ভব গহন বন আতি মোহ পাশে ছন্ন
তাতে হামো হৰিণ বেড়ায়।
ফান্দিলোঁ মায়াৰ পাশে কাল ব্যাধে ধায়া আসে
কাম ক্ৰোধ কুত্তা খেদি খায়॥
হৰাইল চেতন হৰি নজানো কিমতে তৰি
শুনিতে দগধ ভেল জীৱ।
লোভ মোহ দুহোঁ বাঘ সততে নছাড়ে লাগ
ৰাখু ৰাখু সদাশিৱ॥
পলাইতে নেদেখোঁ সন্ধি দিনে দিনে দৃঢ় বন্দী
ভৈলোঁ মন্দ মনৱ যুগুতি।
তুৱা হৰি লাগোঁ গোড় মোৰ মায়াপাশ ছোড়
শঙ্কৰ কৰয় কাকুতি॥

---

[১] কাকু = কাকুতি, কাতৰ বাণী।

॥ ৰাগ—কেদাৰ ॥

পায়ে পৰি হৰি কৰোহোঁ কাতৰি প্ৰাণ ৰাখবি মোৰ।
বিষয় বিষধৰ বিষে জৰ জৰ জীৱন নাৰহে থোৰ[1] ॥ ধ্ৰুং ॥

অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবো কাহেৰি সাৰ ॥
কমলদলজল চিত্ত চঞ্চল
থিৰ নাহো তিল এক।
নাহি ভয়ো ভৱ ভোগে হৰি হৰি
পৰম্পদ পৰতেক ॥
কহতু শঙ্কৰ এতুখ সাগৰ
পাৰ কৰু হৃষীকেশ।
তুহু গতি মতি দেহু শ্ৰীপতি
তত্ত্ব পন্থ উপদেশ ॥

॥ ৰাগ—ধনশ্ৰী ॥

হেৰহু মায়া চললি বিপিনে মধাই।
বেণু বিষাণ নিশানে আৱত হৰষে ধেনু ধায় ॥ ধ্ৰুং ॥
ওহি জগ মোদন কন্ধে দধি ওদন
গোধন আগু বুলায়।
বঙ্কিম নয়ন সৰোৰুহ হাসি
হেৰইতে ভুবন ভুলায় ॥

[1] থোৰ = অলপ।

মদন দমন ৰূপ পেখি পুনু পুনু
মূৰুচি পড়য় সুৰ নাৰী।
সেহি জগজীৱ বিয়োগ সহব হৰি
কৈচন চিত্ত হামাৰি॥
হৰি বিৰহানল আকুল গোপিনী
দৰশন দিবসে নপায়।
হৰিগুণ কহি ৰহি প্রেমে ঝুৰয় নীৰ
শঙ্কৰ এহুৰস গায়॥

॥ ৰাগ—আশোৱাৰী ॥

বাল গোপালে কৰতৰে কেলি।
উচ্ছায়া পাঞ্চনী[1] নাচে হাসে গোপ মেলি॥ ধ্রুং॥
নীলতনু পীতপট ধটী লটি লোৰ।
নবঘন মাঝে যৈছে বিজুলী উঝোৰ॥
শিৰে শিখণ্ডক দোলে গলে গজমতি।
কোটী মদনমন মোহন মূৰতি॥
চৰণে মঞ্জীৰ ঝুৰে উৰে[2] হেমহাৰ।
শঙ্কৰ কহ ওহি হৰিক বিহাৰ॥

॥ ৰাগ—তুৰবসন্ত ॥

কহৰে উদ্ধব কহ প্রাণেৰ বান্ধৱ হে প্রাণ কৃষ্ণ কবে আৱে।
পুছয়ে গোপী প্রেম আকুল ভাৱে, এ নাহি চেতন গাৱে॥ ধ্রুং
বাছুৰি ধ্বনি শুনি গোবৎস পেখি।
লাগে আগি গাৱে উদ্ধব সখি।

[1] পাঞ্চনী=লক, এচাৰি।    [2] উৰে=বুকুত।

অ প্ৰাণ কৃষ্ণক নেদেখি ॥
কালিন্দী দেখি সখি! ফুটয় বুক।
এথায়ে খেলাইছিলোঁ সে চান্দমুখ।
হৰিল নয়ন সুখ ॥
বিৰিন্দাবন বৈৰী হামাৰ ভেলি।
পেখিতে নাৰি গোপাল কেলি।
হৰি আশা দূৰে গেলি ॥
ধ্বজ বজ্ৰ যব পঙ্কজ চায়।
তথায়ো কান্দো হামু লোটায়া কায়।
গুণ গোবিন্দ গায় ॥
কৃষ্ণ সূৰ্য্য বিনে ব্ৰজ আন্ধাৰ।
নেদেখোঁ এতুখ অবধি পাৰ।
সখি সবহি অসাৰ ॥
আৰ কি পেখবো গোপাল প্ৰাণ।
ওহি ৰে কৃষ্ণ কিঙ্কৰ শঙ্কৰ ভাণ।
হৰিকো হৃদয়ে জান ॥

॥ ৰাগ—কল্যাণ ॥

উদ্ধব বন্ধু মধুপুৰী ৰহল মূৰাৰু।
কাহে নাহেৰি, ৰহব আৰ জীবন, বন ভয়ো ভবন হামাৰু ॥ ধ্ৰুং ॥
যাহে বিয়োগ আগি অঙ্গ তাৱয়[১]
তিল এক ৰহয়ে নাপাৰি।
সোহি ব্ৰজসূৰ দূৰ গয়ো গোবিন্দ
দিশ দশ দিবসে আন্ধাৰি ॥

[১] তাৱয়=তাপয়, তাপিত কৰে।

ভয়ো মৰণ ওহি সোহি হৰি চৰণকু
বিছুৰি[1] ৰহয়ে নপায়।
দেখত কালিন্দী গিৰি বিৰিন্দাবন
তনু মন দহয়ে সদায়॥
ব্ৰজ জন জীৱন বহুৰি নাহি আৱত
হামাকু কৰ অনাথা।
গোপিনী প্ৰেম পৰশি নীৰ ঝুৰয়
শঙ্কৰ কহ গুণ গাথা॥ গীত-পদ

॥ ৰাগ—ধনশ্ৰী ॥

হৰিক বয়ন হেৰি মাই।
ফোকাৰয় শ্বাস নীৰ নয়নে ঝুৰাই॥ ধ্ৰুং॥
আজো জনমি সুত চলে পৰদেশ।
কতনো লিখিল বিহি অভাগীক ক্লেশ॥
বিনে তোহো ৰহব জীৱন নাহি মোই।
কহ শঙ্কৰ কৃষ্ণ বোল সব লোই॥

॥ ৰাগ—শ্যাম ॥

মাই মাধৱ বিৰহে, হৰয় চেতন তনু।
জীৱন নাৰহে॥ ধ্ৰুং॥
চান্দ চন্দন মন্দ মলয় সমীৰে।
কেশৱ বিনে বিষ বৰিষে শৰীৰে॥
ঘন ঘন হানয় মদন পঞ্চবাণ।
কোকিল কুহু কুহু লেহু মেৰি প্ৰাণ॥

[1] বিছুৰি=বিস্মৰণ কৰি।

পঙ্কজ পাত অহিত হিম বাৰি।
মধুকৰ নিকৰ[১] কৰয় মহামাৰী ॥
ঐছন সময়ে মধুপুৰী পিউ প্ৰাণ।
কৃষ্ণ কিঙ্কৰ ৰস শঙ্কৰ ভাণ ॥



## মাধৱদেৱ

॥ ৰাগ—ধনশ্ৰী ॥

নাৰায়ণ মায়া জানব কোই।
সুৰপতি, চতুৰবয়ন[২] মুনি শঙ্কৰ চিন্তি আকুল হোই ॥ ধ্ৰুং ॥
অঘট ঘটন-পটু চাতুৰী যো নিত
অনিত[৩] সমান সব হোই।
যতয়ে অনিত নিত সম ভাৱত
ঐচন চাতুৰী হৰি তোই ॥
কোই কোই সঞ্চা কোই কোই মিছা
কবহু নিয়ত নাহি জানি।
সঞ্চা মিছা সমান কয় মানত
মোহ কৰত বেদ বাণী ॥
সঞ্চা মিছা কিছুৰে নাহি জানো
মূৰুখ পামৰ মতিহীনা।
যাহা যাহা গতি মতি তোহো কমলাপতি
কহত মাধৱ দাস দীনা ॥

---

১ নিকৰ=দল, সমূহ। ২ চতুৰবয়ন=ব্ৰহ্মা। ৩ অনিত=অনিত্য।

॥ ৰাগ—ভাটীয়ালী ॥

মঞি পাপী কমনে তৰিবোঁ, হৰিবে তুমি করুণা নাকৰ মো
পাপমতি মন বাসনা নাছাড়ে, মজিলোঁ সংসাৰ ঘোৰে ॥ ধ্ৰু

নয়না কামিনী                    ৰূপ নছাড়য়
        ৰসনাএ ষড় ৰস ।
গীত মধুৰ ধ্বনি                    শ্ৰবণে নছাড়য়
        চৰমে[১] সুখ পৰশ ॥
সুগন্ধ শীতল                    নাসায়ে নছাড়য়
        কনক কামিনী মনে ।
লোভ মোহ কাম                    ক্ৰোধ মদ মান
        নছাড়ে এ সৰ্ব্বক্ষণে ॥
ঈৰিষা অসূয়া                    হিংসা পৈশুন্য
        নাগুছে এতিলে তিলে ।
তনুক বেড়ি                    তিলে তিলে ধৰি
        কাল অজগৰে গিলে ॥
ভৈলো অচেতন                    তোমাৰ চৰণ
        বিনে নাহি আন গতি ।
শীতল চৰণে                    পশিলোঁ শৰণে
        মাধৱ মূৰুখ মতি ॥

॥ ৰাগ—ভাটিয়ালী ॥

মোকে দেখিয়ো না কেনে আহে জগন্নাথ মঞি, বড় পাপেৰ
সংসাৰ কূপত, পড়িয়া তোমাৰ চৰণে নধৰোঁ চাপি ॥ ধ্ৰুং ॥

---

[১] চৰমে = চৰ্ম্ম, ছাল ।

কত তপসাই নৰ তনু পাই
গোৱাইলোঁ[১] বিষয় ভোলে।
যেনে চিন্তামণি অমূল্য ৰতন
বিকাইলোঁ কাচেৰ মোলে॥
দেৱে নাহি পাই মানবী হুইবাৰ
মঞি পাপী আসিয়া পাইলোঁ।
তোমাৰ ভকতি অমিয়া তেজিয়া
বিষয় গৰল খাইলোঁ॥
লোভ মোহ কাম ক্ৰোধ মদ মান
ইসব বৈৰীৰ সঙ্গে।
আপুন ইচ্ছায় পাপ আচৰিয়া
বেড়াইলোঁ মনত ৰঙ্গে॥
পৰ তিৰী পৰ- ধনেৰ আশায়
সদায় আকুল ভৈলোঁ।
তুমি মহা ধন তোমাক নাসেবি
জনম বিফল কৈলোঁ॥
আয়ু আলে জালে গৈল পাইলে কালে
প্ৰাণ কোন দিন পড়ে।
যমৰ যাতনা শুনিয়া হৃদয়
কম্পিত হইলোঁ বড়ে॥
তোমাৰ অভয় চৰণে শৰণ
বিনে নাহি আন গতি।
তুমি দয়াময় জানিয়া কহয়
মাধৱ মূৰুখ মতি॥

[১] গোৱাইলোঁ — অতিবাহিত কৰিলোঁ।

॥ ৰাগ—তুৰ ভাটিয়ালী ॥

এ নাথ তাৰিয়ো তাৰিয়ো তাৰিয়ো যদুমণি। মজিলো
সিন্ধু তোমাক নজানি ॥ ধ্রুং ॥

এ ভব সাগৰ মাঝে পড়ি হামু ভাসি।
কাম ক্রোধ কুম্ভীৰ মগৰে গিলে আসি ॥
শোক, মোহ ভয়ে মহাপাকে তল কৰে।
আশা তৰঙ্গে পাইয়া সব শ্রুতি হৰে ॥
চিন্তানাম বাড়ব-অগনি শোষৈ প্রাণ।
নাহিকে তৰণি তুৱা পদ বিনে আন ॥
জানিয়া তোমাৰ পাৱে পশিলো শৰণ।
কহয় মাধব গতি অৰুণ চৰণ ॥

॥ ৰাগ—বসন্ত ॥

হৰি হেৰোৰে বাপ পশিলোঁ শৰণে। নেঁৰিবা বান্ধৱ
জীৱন মৰণে ॥ ধ্রুং ॥

সনক সনন্দ যোগী যাহাকু ধিয়াই।
সকলে নিগম গণে বিচাৰি নাপাই ॥
সহস্র বদনে যাৰ নাপাইলন্ত সীমা।
অধমে জানিবো কেনে তোমাৰ মহিমা ॥
আতুৰ ভৈলোহোঁ বড় বিষয় বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে ॥
তোমাৰ চৰণ দুই মোৰ মহাধন।
ভকত জনৰ নিজ তুমিসি জীৱন ॥

কৃপাৰ সাগৰ কৃপা কৰা একবাৰ।
কাতৰ কৰিয়া লৈলো শৰণ তোমাৰ॥
কৃপা কৰা নাৰায়ণ ছোড় মোহ পাশ।
কহয় মাধৱ হৰি দাসকু দাস॥

॥ ৰাগ—ভাটিয়ালী ॥

হৰি এ কৰুণাময়, মঞি পাপী কিনা কাম কৈলোঁ। এ ভব
াগৰে মজি মৈলোঁ॥ অভয় চৰণে নাসেবিলোঁ॥ ধ্ৰুং॥

শৰ সম তনু আপুন মানিলোঁ।
তুমি আতমা হৰি তোমাক নজানিলোঁ॥
কিনা মঞি ছাৰ বড় অগিয়ান।
তোমাক তেজিয়া কৈলোঁ ধনৰ ধিয়ান॥
মঞি বৰ পাপীৰ পুনু আগে!
দ্বিজ অজামিলে কেবা গুণে লাগে॥
আৰৰ পাপীৰ কেবা গণে।
অধমৰ মোৰ কি হৈব মৰণে॥
আপুনাৰে মঞি নাশিলোঁ আপুনে।
পতিত পাবন নাহি তুমি বিনে॥
আন কিছু মোৰ নাহিকে ভৰসা।
কহয় মাধৱ মতিনাশা॥

॥ ৰাগ—শ্যাম ॥

তেজৰে কমলাপতি পৰভাতে নিন্দা। তেৰি চান্দমুখ পেখোঁ
উঠৰে গোবিন্দ॥ ধ্ৰুং॥

ৰজনী বিদূৰ দিশ ধৱলি বৰণ।
তিমিৰ ফেড়িয়া বাঝ ৰবিৰ কিৰণ।

শতপত্ৰ বিকশিত ভ্ৰমৰা উড়াই।
ব্ৰজবধূ দধি মথে তুৱা গুণ গাই॥
দাম সুদামে ডাকে তেৰি লৈয়া নাম।
হেৰ দেখ উঠিয়া আসিল বলোৰাম॥
নন্দ গেল বাথানে গোৱাল গেল পাল।
সূৰভি-চাৰিতে লাগে উঠৰে গোপাল॥
ক্ষীৰ লৱণু লৈয়ো শিঙ্গা বেত বেণু।
সকালে মেলিয়ো বৎস হাম্বালাৱে ধেনু॥
কহয় মাধৱ মাই কিনো তপসাইলা!
ত্ৰিজগতপতি হৰি ৰাখোৱাল পাইলা॥

॥ ৰাগ—শ্যাম ॥

পৰভাতে শ্যাম কানু ধেনু লৈয়া সঙ্গে। বাঁশীৰ [illegible]
বৃন্দাবনে চলে ৰঙ্গে ॥ ধ্ৰুং ॥

জগতেৰ গুৰু হৰি কাচি গোপকাচে।
আভীৰ বালক বেঢ়ি চলে আগে পাছে॥
শিকা বান্ধি চান্দি কান্ধে লৈয়া দধি ভাত।
মাথায়ে চান্দনী জৰি সাজে জগন্নাথ॥
বাম কাষে শিঙ্গা বেত নেত কৰু চেলি[১]।
ৰঙ্গ ৰসে লাসে বেশে কৰি চলে কেলি॥
অসংখ্য সহস্ৰ শিশু ধেনু বৎসগণ।
শিঙ্গা শঙ্খ বেণু ৰবে পূৰয় গগন॥
নানান খেলন খেলে বহুভাৱে গাৱে।
নানান বিনোদ ৰসে ভুবন ভুলাৱে॥
বৈকুণ্ঠৰ পতি প্ৰভু বনে চাৰে ধেনু।
কহয় মাধৱ গতি কানু পদ ৰেণু॥

---

[১] চেলি=পট্ট বস্ত্ৰ।

॥ ৰাগ—গৌৰী ॥

কমল নয়নকু আজু পেখলু মাই, গোবিন্দ পেখিতে নয়ন জুড়াই। শ্যামল অঙ্গ, পিশঙ্গ পিচোৰা, ময়ূৰ মুকুট নায় ॥ ধ্রুং ॥

মৃগমদ মলয়জ মিলিত বহু ভাজিত
চন্দেন অঙ্গে চৰাই।
হেম জড়িত বহু ৰতন বিভূষণ
হৰষে চলয়ে যদুৰায় ॥
পঙ্কজ বয়ন স্মিত অৱলোকন
অলক তিলক মুহে শোহে।
সব জগ বন্দন নন্দকু নন্দন
কহয় মাধৱ গতি মোহে ॥

॥ ৰাগ—বৰাড়ী ॥

কানাই কিনা ৰূপসিয়া। গোপীৰ হৰিল মন মুচুকি হাসিয়া ॥ ধ্রুং ॥

কানাইৰ দেখিয়া ৰূপ হৰিল স্ফুৰুতি[১]।
অপমানে মনমথে নধৰে মূৰুতি ॥
কানাইৰ দেখিয়া মুখ মনত বিকলে।
পূৰ্ণ শশী থিৰ নহে গগন মণ্ডলে ॥
কানাইৰ দেখিয়া দুই নয়ন উজ্জ্বল।
ঝাপ দিয়া জল মাঝে ৰহিল কমল ॥
কানাইৰ দেখিয়া ৰূপ আতি মন লাজে।
মদন লুকায়া ৰৈল হৃদয়েৰ মাঝে ॥

---

[১] স্ফুৰুতি=শ্ৰুতি, চুৰ্ত্তি।

কানাইৰ ৰূপেৰ উপমাৰ কেবা ক্ষেম।
এক পুঞ্জ হুয়া আছে গোপিনীৰ প্ৰেম॥
সকল জগতে বোলে কানাই কালিয়া।
কালা নহে শ্যাম ৰূপ ধৰিছে অমিয়া॥
অনেক যতনে বিধি চাইল মনে গুণি।
আপুন ৰূপেৰ কানু উপমা আপুনি॥
কানাইৰ দেখিয়া ৰূপ মোহে ত্ৰিভুবন।
কহয় মাধৱ গতি নন্দেৰ নন্দন॥

॥ ৰাগ—শ্ৰী ॥

কানু ভাল মূৰুতি মাধুৰি। একু সঙ্গে চুৰি কৰে চাতুৰি॥ ধ্ৰুং॥

শ্যাম তনু শোহে চাৰু কাঁচ[১] ঢল ঢল।
দেখিয়া মুদ্ৰিত ভয়ো নীল উতপল॥
গগনে অথিৰ চান্দ কানু মুখ দেখি।
পঙ্কজ ৰহিল জলে নয়ন নিৰেখি॥
পীত বসন শ্যাম শৰীৰে বিৰাজে।
বিজুৰী চঞ্চৰ ভয়ো নীল মেঘ মাঝে॥
সুবলিত ভুজ যুগ দেখি লাজ পায়া।
পাতাল ভিতৰে বৈল বাসুকি লুকায়া।
ৰূপেৰ মাধুৰী ত্ৰিভুবন শান্ত কৰে॥
অমৃত লুকাইল লাজে দুগুধ সাগৰে।
কানুৰ উপমা দিতে পাৰে কোন জন॥
কহয় মাধৱ গতি নন্দেৰ নন্দন॥

---

১ কাঁচ=কাচন কাপোৰ।

॥ ৰাগ—বৰাড়ী ॥

সোই সোই, শ্যাম মনোহৰ দেখিয়ো নয়ন ভৰি।
ব্ৰজৰ প্ৰজাৰ ভাগ্য ফল গোটে, আছয় মূৰুতি ধৰি ॥ ধ্ৰুং।

শ্যাম নাম নব অমৃত ৰসেৰ
এৰূপে ভৈল ভাণ্ডাৰ।
গোকুল বাসীৰ নয়ন উৎসৱ
আনন্দ কুসুম সাৰ ॥
যেহি অঙ্গে গৈয়া দৃষ্টিপাত হয়
তথায়ে স্তম্ভিয়া ৰয়।
কতনা নয়নে পান কৰিবেক
যতেক মাধুৰি বয় ॥
দেখিতে দেখিতে নবীন নবীন
ৰূপেৰ লাবণ্য বলে।
এৰূপ তেজিয়া আৰৱ দেখিয়া
নয়ন মৰে বিকলে ॥
লাজে মনমথে মূৰুতি নধৰে
ৰূপেৰ দেখি মাধুৰি।
লাবণ্য দেখিয়া সব চুৰ ভৈল
বিধিৰ যত চাতুৰি ॥
কত জনমেৰ ভাগ্যে মিলি আছে
গোকুলেৰ সুমঙ্গল।
এৰূপ লাবণ্য যিজনে দেখয়
তাৰেসে জন্ম সফল ॥
এৰূপ মাধুৰি তেজিয়া আৰৱ
দেখিতে মন নধাৱে।
মোৰ নিজগতি নন্দেৰ নন্দন
মূৰুখ মাধৱে গাৱে ॥

॥ ৰাগ—কামোদ ॥

আজু গোপীনাথ পেখলো আখি।
যমুনা তীৰে ফিৰে ধেনু ৰাখি ॥ ধ্রুং ॥
শ্যাম শৰীৰে পীতাম্বৰ শোহে।
লাবণ্য কোটি মনমথ মোহে ॥
সুচান্দ বয়নে ঈষত হাসি।
নয়ন ৰাতা উতপল পাসি ॥
কপোলে চন্দন তিলক সাজে।
শোভন অলকাপান্তি বিৰাজে ॥
মাথে ঝলমল ময়ূৰ চূড়া।
কুসুমে ৰঞ্জয় মোহন জুড়া[১] ॥
কদম্ব কুসুম শ্রবণ মূলে।
কম্বুকণ্ঠে মণি কৌস্তুভ লুলে ॥
গলে গুঞ্জামণি মুকুতা মালা।
কনক ভূষণো ভূষিত কালা ॥
গোপদ ৰেণু বিৰাজিত অঙ্গে।
বেণু বজাৱত অঙ্গ ত্রিভঙ্গে ॥
সুস্বৰ উচ্চায়া পঞ্চম গাৱে।
বঙ্কিম নয়নে ভ্রূব ঢুলাৱে ॥
নবীন পীত ধটি কটি মাজে।
কনক মেখলা কিঙ্কিণী বাজে ॥
নূপুৰ বাজে পদ অৰবিন্দে।
কহয় মাধৱ গতি গোবিন্দে ॥

---

[১] জুড়া=জটাৰ আকাৰে ওপৰলৈ বান্ধি থোৱা চুলি।

॥ ৰাগ—ধনশ্ৰী ॥

পৰভাতে বিহাৰে চলে মুৰাৰি।
মধুৰ নটবৰ বেশধাৰী ॥ ধ্ৰুং ॥
শিৰে ময়ূৰৰ পুচ্ছ লুলে।
কুসুম কৰ্ণিকাৰ কৰ্ণ মূলে ॥
কনক পিশঙ্গ বসন ভালা।
উৰে লুলে বৈজয়ন্তী মালা ॥
অধৰ সুধা বেণু ৰন্ধ্ৰএ[১] পূৰে।
সুৰস পঞ্চম অমিয়া ঝুৰে ॥
সঙ্গে অলেখ গুৱাল গণ।
দিশ দশ পূৰয় হৰি কীৰ্ত্তন ॥
নিজ পদ ৰঞ্জিত বৃন্দাবনে।
হৰি প্ৰবেশিলা ৰঙ্গ মনে ॥
কহে মূৰুখ মাধৱ দাসে।
হৰিপাদ পদ্ম মকৰন্দ আশে ॥

॥ ৰাগ—ভাটিয়ালী ॥

আল ভাই, চল আইস যাই বৃন্দাবনে।
দেখোঁ গৈয়া আনন্দ নয়নে ॥ ধ্ৰুং ॥
সকল বিৰিন্দা বন চানি।
জয় জয় ৰাম কৃষ্ণ ধ্বনি ॥
সুৰভি তেজয় হাম্বাৰাৱ।
বিনোদ মিলিছে ঠাৱে ঠাৱ ॥

[১] ৰন্ধ্ৰএ = ৰন্ধ্ৰ, বিন্ধা, ফুটা।

ৰঙ্গে বাই শিঙ্গা শঙ্খ বেণু।
নাচে গাৱে হাসে চাৰে ধেনু॥
যি ৰস মিলিছে বৃন্দাবনে।
এসুখ নাহিক ত্রিভুবনে॥
ৰাম কৃষ্ণ নোহয় মানুষ।
আৰা দুই পৰম পুৰুষ॥
ব্রজেৰ প্রজাৰ ভাগ্য বড়।
কহয় মাধৱ ওহি দৃঢ়॥

॥ ৰাগ—সিন্ধুৰা ॥

কেলি কৰে বিৰিন্দাবনে মোহন গোপাল।
খেলে সঙ্গে ৰঙ্গে ঢঙ্গে ব্রজেৰ ছৱাল॥ ধ্রুং॥
বনেৰ মালা গান্থিয়া পিন্ধে মাথে মৈৰা পাখি।
আনন্দে হৰিৰ সঙ্গে ফিৰে ধেনু ৰাখি॥
কেহো নাচে কেহো হাসে কেহো বাৱে বেণু।
বাঁশীৰ স্বৰে নাম ধৰিয়া ডাকি আনে ধেনু॥
পঞ্চম উচ্চায়া বেণু বায় যদুমণি।
মদন শৰে মূৰুচি পড়ে দেবৰ ৰমণী॥
গোপৰ সঙ্গে ধেনু চাড়ে জগতেৰ পতি।
গগনে দেবতাগণে কৰে স্তুতি নতি॥
অন্যে অন্যে মাতিয়া বোলে দেখা অমৰ গণ
ত্রিভুবন জিনি শোভা কৰে বৃন্দাবন॥
কহয় মাধৱ দাস কৰিয়া নিশ্চয়।
জনমে জনমে গতি নন্দেৰ তনয়॥

॥ ৰাগ—বৰাড়ী ॥

কোটোৰা খেলায় হৰি, এ ওহি বালকেৰ কেলি।
পৰম আনন্দে খেলে গোপ শিশু মেলি॥ ধ্রুং॥
গোটা জমুড়িকা খই[১] আৰু মুৱা লাড়ু[২]।
খেলাইতে ঝলমল কৰে সোণাৰ টাৰ[৩] খাড়ু॥
গগনে দেৱতাগণে পৰম হৰিষে।
হৰিগুণ গায়া ৰঙ্গে কুসুম বৰিষে॥
বৃন্দাবনে কৰে কেলি বৈকুণ্ঠৰ পতি।
কহয় মাধৱ হৰি পদ ৰেণু গতি

॥ ৰাগ—নাট ॥

কানুৰায় নাচতু ৰঙ্গে, সঙ্গে ব্রজ ছৱালৰে।
গগনে গন্ধৰ্ব্ব গণে, গাৱত বাৱত তালৰে॥ ধ্রুং॥
কনকে কিঙ্কিণী বাজে সাজে নট বিলাসেৰে।
ঠমকে ঠমকে চলে অমিয়া মাধুৰী হাসেৰে॥
চৰণে মঞ্জীৰ ঝুৰে উৰে হাৰ দুলনা।
চন্দনে লিপিত ভুজ দোলত ভ্রূৱ চালনা॥
ৰতন ভূষণ চাৰু শ্যামল অঙ্গ সুহাৱে।
কহয় মাধৱ গতি নন্দনন্দন পাৱে॥

---

১ জমুড়িকা খৈ=মুৰি-আখৈ।
২ মুৱা লাড়ু=মিঠাই লাড়ু; মুৱা<মোদক।
৩ টাৰ=বাহুত পিন্ধা অলঙ্কাৰ।

॥ ৰাগ—তুড় ভাটিয়ালী ॥

কদম্ব তলে সই শ্যামল সাজে।
বয়ন হেৰি চান্দ সুৰুয লাজে॥ ধ্রুং ॥
নীল কুন্তলে বান্ধিছে জুড়া।
চৌভিতি লুলে ময়ূৰ পুচ্ছ চূড়া॥
মালতী মালা চাৰু শোভিত মাথে।
গেণ্ডুৱা[১] লুম্ফি লুম্ফি ধৰয় হাতে॥
বলাইৰ হাতেৰ খসি গেণ্ডুৱা পড়ে।
হাসিৰ খলখলি অধিকে চড়ে॥
পানীৰে যাইতে সই দেখিলোঁ গিয়া।
কৌতুকে হিন্দোল পাড়ে হামাৰ হিয়া॥
অমিয়া ঝুৰে ধাৰে কানাইৰ ভাৰে।
কতনা মাধুৰী আছে কালিয়া গাৰে॥
হামাৰ কৰম ফলে মিলাইছে বিধি।
কহয় মাধৱ হৰি প্রেমেৰ নিধি॥

॥ ৰাগ—ললিত ॥

যশোমতী পেখিতে নয়ন জুড়াই। জগজন জীব
ভকত পৰম ধন, হাসি হাসি চৰণ ঘসাই॥ ধ্রু
কবহু বৈঠিয়েকহো পেখিয়ে যশোৱা মাই
হাফুলি চলে ঘন ঘন।
ডাকতু মাই মাই কৰু ক্ষেন যেন
যশোৱা পেখিতে ঝুৰে মন॥

---

[১] গেণ্ডুৱা = কণ্ডুক, ঘুৰণীয়া খেল বস্তু।

যশোৱা সুন্দৰীকো কুচকহো ধৰি হৰি
বয়না কয়ো স্তন পান।
হাসিয়ে যশোৱা মাই চুম্বয় ঘন ঘন
দীন মাধৱে গুণ গান॥

॥ ৰাগ—ভাটিয়ালী ॥

গোপাল পলায়া আছা ক্ষীৰ লৱনু খায়া।
পাছু পাছু যশোৱা মাৰিতে ফুৰে ধায়া॥ ধ্রুং॥
আৱৰ নযায়ো পুতা লাগল পাইলোঁ তোৰে।
কত বৰিষৰ মথনি লাঠি ভাঙ্গি আছ মোৰৰে॥
খায়া দায়া সিঞ্চিয়া লৱনু কৈলি নাশ।
মাৰিয়া শিখাইবোঁ আজি আৱৰ নেড়াস॥
চৰাচৰ গুৰু হৰি দেৱ শিৰোমণি।
তাৰে মাৰিবাৰে খেদে নন্দেৰ ঘৰণী॥
জননীৰ ভয়ে কান্দি ৰহিল মুৰাৰি।
খেদিয়া ধৰিল হাতে যশোৱা গোৱাৰী॥
যাৰ নামে কম্পিয়া অন্তক দূৰ হয়।
সো প্রভু বেপিত[১] ভৈলা যশোৱাৰ ভয়॥
ঘৰে আনি ধৰিয়া গোৱাৰী বৰ ৰাগে।
জগতৰ প্রভুক বান্ধিতে লৈল পাগে॥
বান্ধিতে যশোৱা গালি পাড়ে গোপালেৰে।
কাৰে না দিয়াছে দুখ ওহি গোকুলৰে॥
সে দুখ কৰিব দূৰ বান্ধি থৈয়া তোৰে।
কত অপযশ পুতা মনে আছে মোৰে॥
শুনিয়া কৌতুক বড় মিলিব সবাৰে।
বান্ধি থৈয়া আছে আজি লৱনু চোৰাৰে॥

[১] বেপিত = কম্পিত।

ওহি বুলি যশোৱা গাৱৰ বলে আঁটে।
সকল গোৱালী হাসে জৰি যত নাটে॥
সকল নিগমে যাৰ মহিমা নজানে।
তাৰে গোপী যশোৱা তনয় বুলি মানে॥
যাৰ সুমৰণে ভব বন্ধ দূৰ হয়।
ভকতিৰ বলে দেখো সেহো বান্ধ লয়॥
সুৰাসুৰে যাৰ পদ ৰেণু সেৱা কৰে।
পাপী অন্ত্যজাতি যাৰ নাম লৈয়া তৰে॥
কহয় মাধৱ মাই নাবান্ধিয়ো তাৰে।
জগতেৰ গতি হেতু তনয় তোমাৰে॥

॥ ৰাগ—মাহুৰ ॥

মেৰে মাই ওহো যশোৱা আজু হামো বড়হি ভুখাৰী।
যে কিছু লৱনু, হামাকু দেলহ নাহি,
যাৱলো সোহি ৰুখাৰী[১] ॥ ধ্ৰুং ॥
হামো বিহানত খেড়ি খেৰাৱত
আজোঁ কিছু-এ নাহি খাৱতৰি।
তুমহি হামাকু নাহি ডাকল মাই
ভোখহি বড় দুঃখ পাৱতৰি॥
খালি উদৰে হৰি হাত নিবেশিয়ে
দেখত বোলত বাণী।
আপোন তনয়কহো দুঃখ দেখিয়ে মাই
নয়নে বঝাৱত পানী॥
পুত্ৰ পুত্ৰ বলি আঞ্চোৰে মোচল
শ্যাম শৰীৰক ধূলি।

[১] ৰুখাৰী = সং ৰুক্ষ ; দীনভাৱ, দুৰ্ব্বল।

মেৰা বাপ বুলি ক্ষীৰ পিয়াৱত
বাহু মেলি কোলে তুলি ॥
অহি নিজানন্দ সুখহি সম্পন্ন
সো হৰি মানুষ ভাৱতৰি।
যশোৱাকু স্তন পানহি সন্তোষ
দীন মাধৱে গুণ গাৱতৰি ॥

॥ ৰাগ—বসন্ত ॥

যশোৱাকু আগু বোলত হৰি ভাৱ ॥
আজো চিনান[১] কৰবোঁ নাহি মাৱ ॥ ধ্রুং ॥
ফিৰলোঁ বনে বনে ধেনু বিচাৰি।
তৃণে কাটল সব শৰীৰ হামাৰি ॥
স্নান কৰিতে লাগিয়ে তথি নীৰ।
পোড়ব হামাকেৰি সকল শৰীৰ ॥
কাকু কৰিয়ে বোলাহাঁ শুন মাই।
শুতিয়ে ৰহব আজো কিছুৱে নখাই ॥
তনয়কু বাণী শুনিয়ে বৰ নাৰী।
প্ৰেম পৰশি নয়নে ঝুৰে বাৰি ॥
কৰতোহো স্নান শুনহ মেৰি বাপ।
দুখিনীক পুত্ৰ কৰবি নাহি তাপ ॥
কোমল লৱনু মাখবোঁ গাৱে আনি।
কৰাৱবো স্নান সুশীতল পানী ॥
পোড়ব নাহি জুড়াব সব গাৱ।
স্নান কৰিয়া অমৃত অন্ন খাৱ ॥
মাধৱ কহ হৰি গোচৰ হামাৰি।
কাটল কতি ব্ৰহ্মা শৰীৰ তোহাৰি ॥

[১] চিনান=স্নান।

॥ ৰাগ—শ্ৰী ॥

মাই মাই ভূষণ কৰাৱা হামাৰি। যবহু সাৰোতৰ পুছহ
পাৱব মোহি নাহি দোষ বিচাৰি ॥ ধ্ৰুং ॥
একু গোৱাৰিণী মাতিয়ে হামাকু
দেলহ বোলি মিঠাই।
তাহেক ভোজন কৰিয়ে শয়ন কহোঁ
চেতন হৰাৱল মাই ॥
শিৰ ফিৰাৱত নয়ন ঢুলাৱত
ঘন ঘন আৱত হামি।
জ্ঞান বিৰহিত হোই কদম্বতলে
একা শুতাৱলো আমি ॥
ৰাধা ভূষণ চোৰি কৰিয়ে কহো
পুছত বাত হামাৰি।
হামো থিক অচেতন হোই
কি কহবোঁ বচন বিচাৰি ॥
কহত মাধৱ দাস নাৰায়ণ
তুৱা পাৱে শৰণ গোসাঞি।
তুমহি অখণ্ডিত জ্ঞান নিৰঞ্জন
ঝুণ্টা কহিতে নুযুৱাই ॥

॥ ৰাগ—ধনশ্ৰী ॥

মাৱক আগু গোবিন্দ, কৰত গোহাৰি।
দেখত কৈচন ওহি গোৱাৰিণী হামুক পাৰত
গাৰি ॥

হামু বালক চয় খেড়ি খেলাৱত
ভণ্টা[১] কয়লি চোৰি মোৰা।
তাহেক হাম মিনতি বুলি মাগোঁ
হামাকু বোলয় দূৰ ছোৰা॥
পুছত ঐচন বাত হুই নুই
ওহি বালক সব সাথী।
হামাৰি ঐচন কলঙ্ক গোকুল মহ
আৱৰি কমন আছোঁ ৰাখি॥
তুহু যব মাই উচিত বুঝত নাহি
কহবোঁ পিতাকেৰি ঠাই।
গোৱাৰীক যশোৱা গাৰি দিয়ে খেদল
মাধৱ এহু ৰস গাই॥

॥ ৰাগ—ভাটিয়ালী ॥

আলো শুন গোৱালেৰ জায়া, বোলয় গোপালে।
হামাৰ গাৱে ধুলা দিল তোমাৰ ছৱালে॥ ধ্রুং॥
কোনো কালে কাৰো হামু বোলোঁ নাহি তই!
এক খানি বস্তু পাইলে বাঁটিয়া খাওঁ মঞি॥
মাগিয়া আনো দধি দুগ্ধ তাৰো বণ্টা খায়।
তথাপি তোমাৰ ছৱা ধুলা দিল গায়॥
তোমাৰ ছৱা লৈয়া আমি মাৱৰ আগে যাইবোঁ।
পৰৰ দোষে কেনে আমি আপুনি মাৰণ খাইবোঁ॥
তুমি সবে জানা ভালে আৰ মাৱেৰ কথা।
শুনিয়া গোপীৰ বৰ লাগিয়া গৈল বেথা॥

[১] ভণ্টা=ভটা, গুটি, খেলৰ উপাদান বিশেষ।

ধুলা ঝাড়ি ঝুড়িয়া বুলিলা প্রিয়-বাণী।
দধি দুগ্ধ লবনু খাইবাৰ দিলা আনি॥
বুন্দা[১] কৰি আনন্দে ভুঞ্জিলা পেট পূৰি।
কহয় মাধৱ ওহি হৰিৰ চাতুৰি॥

॥ ৰাগ—ধনশ্ৰী ॥

কি কহবো উদ্ধব, কি কহবো প্ৰাণ।
গোবিন্দ বিনে ভয়ো গোকুল উছান॥ ধ্রুং।
শূন্য ভৈল আঙ্গিনা বিৰিন্দা বিপিন।
না শোভে ৰজনী যৈচে চান্দ বিহীন॥
নাহি চাৰব ধেনু কালিন্দী কূল।
আৰ না শুনোহোঁ ধেনু কদম্বৰ মূল॥
মথুৰা ৰহল সব গোপিনীক পিউ।
কেশব বিনে কৈছে ধৰব জীউ॥

## ৰাম সৰস্বতী

### ৰাধিকাৰ বিৰহ (গীতগোবিন্দ)

ৰাধাৰ বিলাপ বাক
সৰ্ব্বজন শুনিয়োক॥
সুকণ্ঠী গৈলেক খেদি।
কৃষ্ণক আনিবে মাতি॥
বিলম্ব দেখিয়া বৰ
মনদুখে নিৰন্তৰ

[১] বুন্দা = বৃন্দ, বহুত, সৰহ।

ক্রন্দন কৰন্ত ৰাই
ঘনে ঘনে পন্থ চাই ॥
মঠাতাল মনোনীত
গৌড় মালৰ গীত
বিফল জনম মোৰ
নাইল সখী প্রাণেশ্বৰ ॥
সুকণ্ঠী বুলিলা মোক
নগৈলো কৰিয়া শোক
মিত্রৰ বচন এৰি
গহীন অৰণ্যে পৰি ॥
প্রহাৰিছে কাম শৰ
চিত্তকৰে ঝৰঝৰ
বিৰহ অনলে কায়
পুৰি মৰো সৰ্ব্বদায় ॥
হুয়া আছো অচেতন
ছাড়ি যাই যেন প্রাণ
নগৈ ধাতু আছে কেনে
পুৰি মাৰে জুই যেনে ॥
মনে আছো আশা কৰি
আসিবন্ত প্রাণহৰি
ইটোবস্ত্র অলঙ্কাৰে
সকল শৰীৰ পোৰে ॥
ইহেন মধুৰ ৰাতি
কোন নাৰী ভাগ্যৱতী
নিৰ্ম্মল কৃষ্ণৰ মুখ
চুম্বিলে পাসৰোঁ দুখ ॥
পিন্ধিছো মালতী ফুল
তনুকৰে হুলস্থুল

কামদেৱে মাৰে বাণ
চিত্ত কৰে খান খান॥
আন পুৰুষৰ শৰে
বাহিৰত পীড়া কৰে
নিদাৰুণ কাম শৰে
অভ্যন্তৰে পুৰি মাৰে॥
সখী মোৰ ৰাখা প্ৰাণ।
নাদেখিলো নাৰায়ণ॥
মই আছো বাট চাই।
মাধৱৰ দায়া নাই॥
জগততে কহে লোকে
আতে মই মৰো শোকে
স্বামী আছে কথা শুনি
লোকে কৰে কাণাকাণি॥
শাশুৰী দেখন্ত চাই
স্তনে নখচিহ্ন পাই
বুক ঢাকুৰিয়া যাই
কৃষ্ণ আইল এইৰ ঠাই॥
স্বামী পাছে লাগ ধৰি।
বৈসাইলা কোলতে কৰি॥
কৃষ্ণে নিতে তোৰ পাশে।
সত্য কহ আসে নাসে॥
সেৱা কৰোঁ তোৰ ঠাই।
নিতে একযুগ যাই॥
হাতে দুই পাৱে ধৰি।
মুখ চাওঁ প্ৰাণেশ্বৰী॥
বুঝাৱে অনেক বেলি!
নমাতোহো মাথা তুলি॥

কেৱল ননন্দী ভাৱে।
পাচত পাৰয় ৰাৱে॥
স্বামী আগে দেয় খুম্পি।
ফুৰে মোক চুম্পি চুম্পি॥
আমি স্ত্রী ঘৰে বন্দি।
গৃহত নাপাওঁ সন্ধি॥
হেন জানি দামোদৰে।
নির্জ্জানত লাগ ধৰে॥
বসন্ত ৰাগৰ গীত।
একতালি মনোনীত॥
মোতোধিক ৰূপৱতী
কোন আছে ভাগ্যৱতী॥
আনি হৃদয়ক ধৰি
বক্ষঃস্থলে তুলি ধৰি॥
কুচ প্রকাশিবে মোৰ।
দুয়ো হৈবো কামাতুৰ।
প্রিয় হৰি ধৰি বান্ধে।
দুই হাতে দুই কান্ধে॥
কুণ্ডলে কুণ্ডলে দুই।
বাজিবেক এক হুই॥
মেখলা লৰিবে আতি।
হহুবো দুয়ো কামে মাতি॥
সিটোৰস শৃঙ্গাৰত
হৈবো দুয়ো উনমত
কাম্পে আতি দুইৰো কায়
ৰোমাঞ্চিত সর্ব্ব গায়॥
পাসৰয় দুঃখভাৱ
কৰে মহা কামোৎসৱ

নুসুমৰে দুঃখ যত
ব্ৰহ্মানন্দ সিবেলাত ॥
দুইকো দুয়ো ধৰি হাতে।
জিৰাইবেক এহি মতে ॥
হেন প্ৰাণকৃষ্ণ স্বামী।
নৈৰাশা ভৈলোহোঁ আমি ॥
কৃষ্ণ হেন স্বামী পাই।
কোনে তেজে চক্ষু খাই ॥
শুনিয়োক সভাসদ।
গীত গোবিন্দৰ পদ ॥
গীতচয় মনোৰম।
অমৃত নুহিকে সম ॥
বোলে ৰাম সৰস্বতী
তেজিয়োক আন মতি ॥

## অনন্ত কন্দলি

### ইন্দ্ৰপ্ৰস্থত শ্ৰীকৃষ্ণৰ অভ্যৰ্থনা (শেষ দশমৰ পৰা)

পাচে মহামত্ত হস্তীচয়, গন্ধযুত মদ জল
লিপি আছে ভালে ৰাজপথ সেহি জলে।
ধ্বজচয় সব চিত্ৰ কৰি, কনক তোৰণ শাৰী
পূৰ্ণ কুম্ভ পাতি থই আছে ফলে-ফুলে ॥
পিন্ধি নানা ৰত্ন ৰৰবাস, নানা অলংকাৰে কৰি
সুগন্ধ চন্দনে কুসুমে মণ্ডিত কায়।
নব-নাৰীগণ ফুৰে ৰঙ্গে প্ৰকাশে নগৰ তাৰ
নিৰন্তৰে যায় মাধৱৰ গুণ গায় ॥

চামৰে মণ্ডিত দন্ত পান্তি, ঘৃতৰ প্ৰদীপ কৰে কান্তি,
শাৰী শাৰী আতি জ্বলে প্ৰতি ঘৰে ঘৰে।
অগৰু ধূপৰ ধুতাচয়, কুন্দ্ৰাক্ষৰ জ্বালে বাজ হয়,
পতাকাৰ পংক্তি তাতে আতি কান্তি কৰে॥
গৃহৰ উপৰে হেম ঘট, শাৰী শাৰী শোভৈ ফট ফট,
ৰজতৰ শৃঙ্গ জ্বলে তাৰ দুই পাশে।
যুধিষ্ঠিৰ নৃপতিৰ পুৰ সুমৰণে হোৰে পাপ দূৰ
দেখি তুষ্ট ভৈলা ভকতৰ ভয় নাশে॥
মনুষ্যৰ দুয়ো নয়নৰ, অমৃতৰ পাত্ৰ প্ৰিয়তৰ
কৃষ্ণ আসি ভৈলা শুনিলা যুৱতীগণ।
গৃহকৰ্ম্ম মনে পৰিহৰি, কৃষ্ণ দেখিবাক ৰঙ্গ কৰি
আতি আথে-বেথে চলি গৈলা সেহি থান॥
হেৰা ৰথে যান্ত যদুপতি, শুনিয়া আকুল ভৈলা আতি
কতো নাৰীগণে লৱৰ দিলেক ভিৰে।
হেৰ কৃষ্ণ যাই কৃষ্ণ যাই, ৰাজবাটে চলে গেৰিয়াই
শৰীৰৰো সূক্ষ্ম বসন খসিয়া পৰে॥
চলে আকুলিত বেশ হুই, হলফল কৰে স্তন দুই
কনক কঙ্কণ কৰ্ণত কুণ্ডল দোলে।
ঝামাক ঝুমুক আতি শুনি, চৰণে নূপুৰ কৰে ধ্বনি
যুৱতীসকলে কৃষ্ণক চাহিবে চলে॥
কেহো স্বামী সঙ্গে আছে শুতি, শুনৈ আসিলন্ত লক্ষ্মীপতি
উঠি লৰ দিলা শয্যাতে স্বামীক এৰি।
ত্যজিলেক সব লাজ কাজ, কৃষ্ণক চাহিবে ভৈলা বাজ
জাকে জাকে যত নগৰৰ নৰনাৰী॥
কেহো জনী বোলে আই বাই, কি কৰস আসা ধাই
দেখা সখি হেৰা সভাৰ্য্যে আসিলা হৰি।
কেহো বোলে ঝাণ্টে চল সখি, জনম সফল কৰো আমি
সভাৰ্য্যে কৃষ্ণক দেখোহোঁ নয়ন ভৰি॥

কেহো জনী বোলে শাশু আই, আহা পেসী, মাসী, বাপু বা
যেন তেন মতে গৃহৰ বজাওঁ ঝাণ্টে।
ত্ৰৈলোক্যমোহন কৃষ্ণ মুখ, দেখি পাবো আজি মহা
মহোৎসৱ হেৰা হৰি যান্ত ৰাজবাটে॥
অসংখ্যাত হয়হস্তী ৰথ পাইকে ঢাকি যায় ৰাজপ
সমুখে দেখিবে নপাৱয় কতো নাৰী॥
বড় বড় উচ্চ গৃহ চড়ি কটাক্ষে কৃষ্ণক হাস্য ক
নিৰীক্ষি নিৰীক্ষি চাৱে দুয়ো নেত্ৰ ভৰি॥
তনু আতি নবঘনশ্যাম পীতবস্ত্ৰে শোভে অনুপা
শ্ৰীবৎস কৌস্তুভ বনমালা শোভে গলে।
কিৰীটি কুণ্ডল ৰত্নহাৰ, নানা অলংকাৰে জাতিক্ষা
সুমৰণে তিনি ত্ৰৈলোক্যৰ মন ভোলে॥
লবঙ্গ-মালতী পুষ্পচয়, জয়কৃষ্ণ বুলি বৰিষয়
আলিঙ্গিয়া মনে চুম্বে যেন নাৰীগণে।
বাৰ্ত্তা পুছে কেহো ৰৰবালা, সভাৰ্য্যে কুশলে আসি ভৈলা
তনু দৰশনে হৰিষ লভিলো মনে॥
কৃষ্ণৰ যতেক পত্নীগণে, ৰথে চতুৰ্দ্দোলে ৰঙ্গমনে
চলি যান্ত সবে মাধৱক মধ্যে কৰি।
পূৰ্ণ চন্দ্ৰমাক যেন বেঢ়ি, তাৰাগণ শোভে শাৰী শাৰী
দেখি অন্যোঅন্যে চাহে নগৰৰ নাৰী॥
ইটো পুণ্যৱতী সৱ নাৰী, কিনো মহাপুণ্য আছে কৰি
কৃষ্ণ হেন স্বামী সঙ্গে ফুৰে ৰঙ্গ কৰি।
কৃষ্ণৰ কটাক্ষ হাস্য দেখি আনন্দে যতেক পাইল আসি
তাৰ ভাগ্য আজি বৰ্ণাইবেক কোনে পাৰি॥
পুৰুষ মুকুত যদুপতি তাঙ্ক স্বামী পাইলে যিটো সতী
তাহাৰ ভাগ্যক বৰ্ণাইবেক কোনে পাৰে কোনে।
এহি মতে সৱে নাৰীগণে, কৃষ্ণক বৰ্ণাৱে ৰঙ্গমনে
কটাক্ষে হাসিয়া চাহি যান্ত নাৰায়ণে॥

## দ্বিজ কৱিশেখৰ (ৰত্নাকৰ কন্দলি)

॥ খেদ ॥

ঘোষা ঃ কি কৰিলো কি কৰিলো ভকতি নকৰি।
অন্তেক পাইলেক প্ৰভো ৰক্ষা কৰা হৰি ॥

পদ ঃ নকৰিলো শিৰে মাধৱক নমস্কাৰ।
ইটো মাথাগোট মোৰ ভৈল মহাভাৰ ॥
কৰ্ণ দুই আছন্ত নুশুনিলো হৰি কথা।
দোগোটা গৰ্ত্তৰ ভাৰ বহিলোহো বৃথা ॥
জিহ্বা মোৰ আছন্ত নলৈলো ৰাম নাম।
দাদুৰীৰ[১] জিহ্বা যেন ভৈল কোন কাম ॥
নেদেখিলো নয়নে প্ৰভুৰ যেন ৰূপ।
সম্যকে জানিলো দুয়ো আখি অন্ধকূপ ॥
যেন চিত্ৰবিচিত্ৰ মৈৰাৰ ভাসে পাখি
হৰি ৰূপ নেদেখিলো পাইলো তেহু আখি ॥
হৰিপদ তুলসীৰ নলৈলোহো ঘ্ৰাণ।
জীৱন্তে মৰিলো নাসা ভাঠিৰ সমান ॥
পিন্ধিলোহো বাহুত অনেক অলঙ্কাৰ।
প্ৰভুৰ পূজাক নকৰিলো একবাৰ ॥
কৃষ্ণকৃত্য নকৰিলো ভৈলোহো বৰ্ব্বৰ।
ইটো হস্তবাহু মিছা মৃতক শৰৰ ॥
পাৱ দুই আছন্তে নগৈলো ক্ষেত্ৰস্থান।
মোৰ পাৱ ভৈল বৃক্ষশিফাৰ সমান ॥
হা হা দয়াময় মোৰ কি কৰিলা গতি।
এভু তুৱা নাম লৈতে হৌক মোৰ মতি ॥

---

[১] দাদুৰী = ভেকুলী।

কৰ্ম্মদোষে যিবা জন্ম হওঁ সংসাৰত।
তাতো নছাড়ক চিত্তে তুৱা চৰণত॥
সদায়ে ঘোষক ৰামনাম মোৰ মুখে।
সংসাৰ-সাগৰ তেৱে তৰো মহাসুখে॥
সকল জগত তযু মায়ায়ে মোহিত।
তোমাৰ চৰণে প্ৰভো কেৱে নেদে চিত॥
পুত্ৰ-দাৰা-নিহলে বান্ধিলে দুই ভৰি।
মৰন্তে আছওঁ তভো নোবোলওঁ হৰি॥
দুৰ্ল্লভ মনুষ্যজন্ম ভাৰতত পাইলো।
তোমাক নাসেৱি ব্যৰ্থে জনম গোঁৱাইলো॥
নিচিন্তিলো একবাৰ তোমাৰ চৰণ।
তৰুবন জীয়ে যেন আমাৰ জীৱন॥
বিষয়ত মোহহুয়া কৰিলোহো ভোগ।
তাৰ ফলে শৃগাল শ্বানৰ[১] ভৈলো যোগ॥
ভৱ তৰিবাৰ নাৱ লভিলো শৰীৰ।
বিষয় বাতাসে পায়া কৰিলে অথিৰ॥
কৰে টলবল দেহা কেনে হুইবো পাৰ।
এভো দাস বুলি প্ৰভো কৰিয়ো উদ্ধাৰ॥
দ্বিজ কবিশেখৰ তুৱা দাসৰো দাস।
কাতৰ কৰোহো দিয়ো চৰণত বাস॥

---

১ শ্বান=কুকুৰ।

## ৰামচৰণ ঠাকুৰ

॥ ৰাগ—মল্লাৰ, পৰিতাল ॥

আলো সই, দেখু সই কানাইৰ চান্দমুখ
মধুৰ মূৰতি শ্যাম পেখি মিলে সুখ ॥ ধ্ৰুং ॥

অভাগী নাগৰী আমি নাৰীগণ যত ।
ঐচন প্ৰভুক দেখো যুদ্ধ সময়ত ॥
কৰিলেক পুণ্য কিবা গোকুলৰ নাৰী ।
সদায়ে দেখয় ওহি ঈশ্বৰ মুৰাৰি ॥
ঈষত হসিত চান্দ মুখ দৰশনে ।
এড়ায়ে বিৰহ তাপ সুখে গোপীগণে ॥
ধন্য ধন্য ব্ৰজনাৰী সাফল জীৱন ।
সদা সৰ্ব্বভাৱে থাকে গোৱিন্দত মন ॥
দেখন্তে সন্তোষ মিলে ৰূপ মনোহৰ ।
ইহাঙ্ক যুজয় মালে বজ্ৰ সমসৰ ॥
ধিক ধিক সবাকে ইহাঙ্ক যিটো চাৱে ।
কহে ৰামচৰণ কৃষ্ণৰ দুই পাৱে ॥

॥ ৰাগ—বেলোৱাৰ, ৰূপক তাল ॥

গোৱিন্দ, কৰোহোঁ কাতৰ পাৱে তোয়ি
তোহাৰি পৰশে কামে হামো আতুৰ
জানি চলহ গৃহে মোই ॥ ধ্ৰুং ॥
তোহাকেৰি সঙ্গ তেজৱে নাহি পাৰি
মেৰি দেহা দহে কাম আগি ।

কৰহু কৰুণা হৰি চলহু ভৱন মেৰি
তুৱা পাৱে ওহি দান মাগি ॥
ঈষত হসিত চাৰু তেৰি কমল মুখ
পেখি মোহিত মন মেৰা।
দাসী ভেলো তেৰি বাঞ্চা পূৰহ মেৰি
দেহু অধৰ মধু তেৰা ॥
হৰিক বস্ত্ৰ ধৰি বোলয় কাতৰ কৰি
মদনে মোহিত মতি হুই।
কৃষ্ণক দাস দাস ৰামচৰণে
কহে হৰিপদে গতি মোই ॥

॥ ৰাগ—বিষম তাল ॥

মাঞি মাঞি, গোৱিন্দ বিনে কিমতে ৰহবো হামি।
তেজিয়া গোকুল চলে মধুপুৰ
হামাৰি মাধৱ স্বামী ॥ ধ্ৰুং ॥
গোকুলৰ মাঝে অক্ৰূৰ নামে
আসি ভৈলা ধুমকেতু।
প্ৰাণেৰ বল্লভ বান্ধৱ শ্ৰীকৃষ্ণ
হৰাইল তাহেৰ হেতু ॥
বিধি ভৈলা বাম মাধৱৰ নাম
বান্ধৱে ভৈলো বঞ্চিত।
কৃষ্ণৰ বিৰহে জীৱন নাৰহে
মৰণ ভৈল সন্নিত ॥
কৰবহু মঞি কমন উপায়
জানি গুণি নপাঞো মনে।
গোবিন্দৰ বিনে আন গতি নাই
কহতু ৰামচৰণে ॥

গোপালদেৱ

॥ ৰাগ—গৌৰী ॥

সেৱহু মন ভজহু মন
শঙ্কৰৰ পদ দুই।
যো পদৰজ পৰশি কলিত
অগতিৰ গতি হুই॥
যো হৰি যদু— কূলে অৱতৰি
প্ৰকাশি যশ বিপুল।
জগত তাৰিলা ভাৰ সংহৰিলা
নিস্তাৰিলা গোপকুল॥
সো হৰি শঙ্কৰ নৰৰূপ ধৰি
বাজধৰ-কুলে আসি।
কুল উদ্ধাৰিলা লোক নিস্তাৰিলা
কৃষ্ণৰ যশ প্ৰকাশি॥
গীত কবিত্ব শুনন্তে লোকৰ
অমৃত বৰিষে মনে।
মাধৱৰ পদ ৰেণু শিৰে ধৰি
দীন গোপালে ভণে॥

॥ ৰাগ—ভাটিয়ালী ॥

মোৰে প্ৰভু ৰাম কৰুণাসাগৰ।
পতিত পাৱন হৰি মোৰে কৃপা কৰ॥ ধ্ৰুং॥
পতিত পামৰ যত আমি সীমা তাৰ।
অধমে শৰণ লৈলোঁ ইবাৰ উদ্ধাৰ॥

পাপমতি পূতনা জননী গতি পাৱে।
ঘোৰ অঘবক তজু চৰণ মিলাৱে॥
কংস কালি পৌণ্ড্ৰককো কৰিলা উদ্ধাৰ।
হৃদয়ৰ বন্ধু মোক নেৰিবা ইবাৰ॥
বৈকুণ্ঠ ছাৰিয়া আইলা লোক তাৰিবাৰ।
মই পাপী পৰি ৰৈলোঁ নভৈলোঁ নিস্তাৰ॥
যতেক তাৰিলা সৱে সেৱক তোমাৰে।
পতিত পৰিয়া ৰৈলোঁ উদ্ধাৰিলা কাৰে॥
পতিত পামৰ-মতি কহয় গোপাল।
মোৰে নুদ্ধাৰিলে হৰি কে বুলিবে ভাল॥

॥ ৰাগ—ধনশ্ৰী ॥

নাৰায়ণ, মই তেৰি বৰ অপৰাধী।
নিজ দাস হুয়া চাকৰি নকৰোঁ
আৰৰ আদেশ আছোঁ বাধি॥ ধ্ৰুং॥
যতেক নিগমচয় ভাৰত পুৰাণে কয়
হুয়ো নৰ হৰি-পদ-দাসা।
তাহেক হামু জানিয়ে নাহি মানোঁ
মূৰুখ পামৰ মতি নাশা॥
আপোনক পৰজানি পৰক আপোন মানি
তাসঙ্গে মজাইলোঁ মনাই।
তান সঙ্গে সুখ আশা পাশে বান্ধি
ভৰমোঁ ভৱ দুখ পাই॥
তুহু বৰ নাথ পতিত-জন-পাৱন
জানি শৰণ মাগোঁ তোৰে।
তুৱা নিজ দাস দাস অনুদাসক
বুলি মৰষ দোষ মোৰে॥

কহয় গোপাল দীন হামু বৰ পতিত
বিনে আৱৰ গতি কোই।
ইৱেলি গোপাল হামাকু যব তেজহু
নাম কলঙ্ক তেৰি হোই॥

॥ ৰাগ—সিন্ধুৰা ॥

সোই সোই আলো সোই কি পেখলোঁ ৰূপ।
দেখি নাই শুনি নাই অতি অপৰূপ॥ ধ্রুং॥
দিবা কালে কদম্বতলে নৱ ঘন ৰাজে।
বাহু উৰু ৰাজে বেঢ়ি অধিকে বিৰাজে॥
মুৰুৰী মধুৰ পানে দশ চান্দ নাচে।
আৰু দশ ৰসে ডুবি পাৱে লাগি আছে॥
আৰু চান্দে দিলে দেখা ললাটৰ মাজে।
মুখ চান্দ দেখি চান্দ তন্তি ৰৈলা লাজে॥
দুই ৰবি জ্বলে দুই কুণ্ডল বিৰাজে।
আৰু নৱ ৰবি জ্বলে কম্বুগল মাজে॥
নানা ৰত্ন মণি তাৰা হাসি ধৰা নীৰ।
পীত পাট শোভে মাজে বিজুলী সুথিৰ॥
মোহন মুৰুৰী ধ্বনি মন্দ মন্দ গাজে।
ৰূপ দেখি ভৈলা চুপ তন্তি ৰৈলা লাজে॥
কহয় গোপাল মাই কি ভাগ্য তোমাৰ।
অনন্ত শকতিধৰ এ নন্দ কুমাৰ॥

॥ ৰাগ—শ্যাম ॥

কতনো ডাকস মাই উঠ উঠ বুলি।
নথাকোঁ তোমাৰ ঘৰে এবে যাইবোঁ চলি॥

দধি নখাওঁ দুগ্ধ নখাওঁ নচাৰিবোঁ ধেনু।
বাটে বাটে বজাই ফুৰোঁ সুললিত বেণু॥
পঞ্চ বৰিষৰ পৰা ধেনু চাৰো বনে।
পৰৰ পুত্ৰৰ বেথা পাবে কোন জনে॥
মথুৰাত আছে মোৰ কংস যে মমাই।
বাতৰি শুনিলে নিবে এক্ষণে মতাই॥
যমুনাৰ পাৰ হুয়া মথুৰা চলি যাইবোঁ।
দৈৱকী মাৱৰ ঘৰে ভিক্ষা কৰি খাইবোঁ॥
দুৱাৰত ধৰি কান্দে ফোকাৰি ফোকাৰি।
কহয় গোপাল হৰি নকৰা চাতুৰি॥

ৰাগ—ধনশ্ৰী দোমানী ; পৰিতাল যতি।

হৰষে গোপিনী পুছয়ে ঘৰে ঘৰে
শুন শুন সখীগণ ৰে।
চল সবে যাই জনম সাফল
পেখহু নন্দ নন্দনৰে॥ ধ্ৰুং॥
এমন মধুৰ মূৰুতি বালক
নাহি ত্ৰিভুবন মাজে।
হামাৰি শুভ দিন নন্দকু ভৱনে
আনন্দে দুন্দুভি বাজে॥
নানান ভূষণ বসন পৰি অঙ্গে
হৃদয়ে গজ-মৌতি জ্বলে।
কুণ্ডল জ্বল-মল নয়নে কাজল
কবৰী ভৰিয়া ফুলে॥
কেয়ূৰ কঙ্কন কৰে কন ঝুন
চৰণে মঞ্জীৰ জুৰে।

মঙ্গল মহোৎসৱ কীৰ্ত্তন হৰি-ৰৱ
শবদে দশোদিশ পূৰে॥
নানান উপায়ন সন্দেশ ধৰি হাতে
প্ৰবেশ নন্দকু ঘৰে।
জয়তি জয় জয় মঙ্গল বোলয়
উৰ্দ্ধক তুলিয়া কৰে॥
কহয় গোপাল নন্দনন্দন পূৰে
ওহি মোৰ মনে আশ।
ব্ৰজৰ বধূৰ ৰেণু শিৰে ধৰি
হৈবোঁহো দাসকু দাস॥

॥ ৰাগ—ভাটিয়ালী, চুতকলা যতি ॥

শুনহ উদ্ধৱ প্ৰাণ জীৱ মেৰি যায়।
কহতু উদ্ধৱ কান্থ মিলব দুনাই॥ ধ্ৰুং॥

নয়নে দেখিবোঁ চান্দ-মুখ একবাৰ।
তেবেসে সাফল সখি জীৱন আমাৰ॥
নুহি ওহি দেহা দহে বিৰহ-অনলে।
কহবি উদ্ধৱ কৃষ্ণ-চৰণ-কমলে॥
শ্ৰৱণে নুশুনো আন নভাসে নয়নে।
হা শ্যাম শ্যাম শ্যাম ফোকাৰে বয়নে॥
সুমৰি সুনেহা দেহা ধৰণ নযায়।
দিন টুটে প্ৰাণ ছুটে ক্ষণে যুগ যায়॥
কান্দিতে ৰহল গোপীসব দুখমনে।
কহয় গোপাল গতি মাধৱ-চৰণে॥

# উদাৰ গোৱিন্দ

ঘোষা ঃ অ হৰি এ ভগৱন্তৰ লীলা,
বৰ্ণাইবো গাইবো কত মুখে।
হেন হৰিৰ লীলা যিটো জনে গায়,
সিসে থাকে পৰম সুখে॥

পদ ঃ ৰাজা হুয়া মই দণ্ড ছত্ৰ ধৰো
প্ৰজা হুয়া কৰো কাম।
গুৰু হুয়া মই শিষ্যক জ্ঞান দিওঁ
শিষ্য হুয়া লওঁ নাম॥
ধনী হুয়া মই ধনক সাঞ্চিলো
চিকতা হুয়া কাকো নেদো।
চোৰ হুয়া মই চুৰি কৰি ফুৰো
গিৰী হুয়া মই জাগোঁ॥
গায়ক হুয়া মই নাট গীত কৰো
লোক হুয়া বেঢ়ি চাওঁ।
নাৰী হুয়া মই পুৰুষ ভুলাও
পুৰুষ হুয়া ভোল যাওঁ॥
মৎস্য হুয়া মই জলৰ ভিতৰে
থাকো জল ক্ৰীড়া কৰি।
পখী হুয়া মই গগনে উৰাও
ভক্ষ্যক বিচাৰি ফুৰি॥
উদাৰ গোবিন্দে ভণয় বান্ধৱ
এৰিয়ো বিষয়া ধন্ধা।
ৰাম নাম ধন অমূল্য ৰতন
হৰি নাম গলত বান্ধা॥

## পুৰুষোত্তম ঠাকুৰ

॥ ৰাগ—ভাটিয়ালী ॥

মই হৰি পৰিয়া ৰৈলো এ ভৱ কূপত।
নকৈলো ভকতি মঞি তয়ু চৰণত॥ ধ্রুং ॥

ভকতৰ সঙ্গে কথা নুশুনিলো ভালে,
আৰে কি কৰিবো প্ৰভু আসি পাইলে কালে॥
পুত্ৰভাৰ্য্যা পৰিজনে থাকিবেক চাই।
কালে পাইলে যমে নিব দূতক পঠাই॥
পতিতপাবন জানি ভজিলো সদাই।
আন গতি নাই মোক ৰাখা ৰাঙ্গা পাই॥
দূতৰ মূৰুতি দেখি চুকতি উৰাই।
তুমি নাৰাখিলে প্ৰভু মোৰ ৰক্ষা নাই॥
অজামিল পাপীক ৰাখিলা তুমি দেৱ।
মোকো ৰাখা ৰাপ আৰে পাৱে কৰো সেৱ॥
কহয় পুৰুষোত্তমে শুন নৰ ভাই।
ভকতি নভৈলে গতি কবহু নপাই॥

॥ ৰাগ—ভূপালী ॥

ইবাৰ নেৰিবো গোপাল চৰণত দিয়া ঠাই।
তোমাৰ বিনে গোপাল মোক মোৰ বোলোতা নাই॥ ধ্রুং ॥

সংসাৰ অনলে গোপাল ৰাত্ৰিদিনে পোৰো আমি।
কৃপাৰ জল সিঞ্চি গোপাল নুমাওক নাথ স্বামী॥

আমাক এৰিলে গোপাল অপযশ পাইবা হৰি।
তোমাৰ আগতে গোপাল যমে শাস্তি কৰে ধৰি।
দৈৱকী-নন্দন গোপাল তুমি হৰি কৃপাময়।
তোমাৰ চৰণে শৰণে পশিলো পুৰুষোত্তমে কয়॥

॥ ৰাগ—ভূপালী ॥

হৰি মোৰ হৰি মোৰ ভূমিত পৰি কান্দে
চাৰিবেদে নজানয় গোৱালীয়ে বান্ধে॥ ধ্ৰুং ॥

বিষস্তন দিলা মোক পুতনা পিশাচীয়ে।
তাত মই নমৰিলো কিনো অভাগীয়ে॥
তাত পাচে চক্ৰবাতে চুৰি কৰি নিয়ে।
তাত মই নমৰিলো কিনো অভাগীয়ে॥
মাৱ বাপ নাই, নাই সোদৰৰ ভাই।
কিয়নো বান্ধস গোপী নিমাখিত পাই॥
কহয় পুৰুষোত্তম দীন মতিহীনা।
এ ভৱ তৰণীনাই ৰামনাম বিনা॥

## শঙ্কৰোত্তৰ যুগ

দৈত্যাৰি ঠাকুৰ
অনিৰুদ্ধদেৱ
শ্ৰীৰাম আতা
যদুমণিদেৱ
ৰামানন্দ
ৰামকৃষ্ণ
বিষ্ণুপুৰী
সহদেৱ
ৰুদ্ৰসিংহ
শিৱসিংহ
কবিৰাজ চক্ৰবৰ্ত্তী
কবিচন্দ্ৰ দ্বিজ
গোৱিন্দ দাস
মাধৱ দাস
শুকদেৱ
দীন দ্বিজ

## দৈত্যাৰি ঠাকুৰ

॥ ৰাগ—বসন্ত ; তাল যতিমান ॥

কৈচে কৰব হৰি ভকতি তোমাক।
পঞ্চেন্দ্রিয়ে কৰে সদা আকুল আমাক ॥
তযু মুখ পৰম আনন্দে আছো চাই।
কর্ণত মধুৰ ধ্বনি নেৰয় সদায় ॥
ভয়ঙ্কৰ ৰূপ তযু দেখি ভয় নাই।
সংসাৰ নিকাৰ দেখি সদা ধাতু যায় ॥
হে প্ৰভো তযু পাৱে পশিলো শৰণ।
কহয় দৈত্যাৰি কৃপা কৰা নাৰায়ণ ॥

## অনিৰুদ্ধদেৱ

॥ ৰাগ—বেলোৱাৰ ॥

গোপাল সোণাৰ প্ৰভো দেহ দৰিশন।
মহন্তক নেদেখিলে নৰহে জীৱন ॥
খং মধ্যে বলাহকে গৰ্জ্জে যেতিক্ষণ।
শৈলাগ্ৰে বৰিহা[1] নৃত্য কৰে তেতিক্ষণ ॥

লক্ষ যোজনৰ মধ্যে মাৰ্ত্তণ্ডযে হৰে।
নীৰত নীৰজ বিকশিত হুয়া ৰৱে ॥

[1] বৰিহা=ব্ৰহী, ময়ূৰ।

যেবে অস্তাঙ্গত সূৰ ভৈল যেতিক্ষণ।
পুষ্কৰ গোষ্ঠীক মাৰি মিলে তেতিক্ষণ॥



দুইলক্ষ প্ৰহৰ ঊৰ্দ্ধে ইন্দু প্ৰকাশয়।
অধত কুমুদ গোষ্ঠী প্ৰফুল্লিত হয়॥
ইন্দুৰ নিৰ্য্যানে কুমুদৰো প্ৰাণ হৰে।
কাকো কেহো নেদেখিলে তিলেকতে মৰে॥

নিকটে বিদূৰ হোৱে বিদূৰো নিকট।
সুহৃদ ভাৱনা ভৈলে দেখে হৃদয়ত॥
এতেকে যিজন অতি হোৱে বিচক্ষণ।
বিহীনে সুহৃদসুখে নধৰে জীৱন॥
কহে অনিৰুদ্ধ পাপী পৰম পামৰ।
দেখা দিয়ো দামোদৰ কৰোহো কাতৰ॥

॥ ৰাগ—আশোৱাৰী ॥

শৈশৱ গৈল যে ক্ৰীড়ন ৰঙ্গে।
গোঞাইলো যৌৱন বিষয় সঙ্গে॥
আবে ভৈল আসি বয়স ভাঠি।
ভাগিল মাগুলি ধৰিলো লাঠি॥

জল্পন শিল্পন সম্ভোগ গতি।
কেহো নচলয় বিষয় প্ৰতি॥
নাসা চক্ষু মুখ শ্ৰৱণ হীন।
বিষয় কাৰ্য্যত ভৈল বিহীন॥

সৱ দেশ ভূমি মাৰিলে কালে;
তথাপি চেতন নাহিকে ভালে॥

চাৰিয়ো বেদক পঢ়ি সম্প্ৰতি।
তথাপি নমনি কালৰ গতি॥

যাৰে সদ্‌গুৰু উপাসা কৰি।
কৃপাক লভিয়া নভজে হৰি॥
কালৰ চেষ্টাক জানো কমনে।
কহে অনিৰুদ্ধ অধম জনে॥




# শ্ৰীৰাম আতা

॥ ৰাগ—ধনশ্ৰী ॥

নাৰায়ণ হামো মুগুধ পাপবন্ধু।
ই তিনি ভুৱনে ঠাকুৰ নাহি আৱৰি॥
তুমহি কৰুণা ৰসসিন্ধু। ধ্ৰুং॥

তুমহি আতমা দেৱ তোহো বিনে নাহি কেৱ
হামাৰি সুহৃদ জন আনা।
তবহু হামাৰি মন তুৱা পদ তেজি ঘন
বিষয়কু কৰয়ে ধিয়ানা॥
পৰম পতিত আমি তুৱা পদ সেৱত
সোহি পৰম পদ পাৱে।
এ গুণ জানিয়া মেৰি চৰণে নমহো তেৰি
জনম মৰণ পথে ধাৱে॥
হামু মূৰুখ মতি নাজানো ভকতি নতি
এ ভৱ সাগৰে ভাসি যাই।
বোলয় শ্ৰীৰাম ৰাম পতিত পাৱন নাম
তাহে মহিমা পুনু চাই॥

॥ ৰাগ—সুহাই ॥

দীনবন্ধু ভৱসিন্ধু কৰহু উদ্ধাৰ।
ৰূপৰস পৰশ শৱদ গন্ধ ফান্দে বাজি প্ৰমত্ত অপাৰ ॥ ধ্ৰুং ॥

ই তিনি ভুবনে হামো জনম ধৰলো হৰি
উচ্চ নীচ দেহে বাৰে বাৰা।
নানান নৰক কুণ্ডে পৰি পৰি হেথ মুণ্ডে
পাৰ নাহি ভুঞ্জিলো নিকাৰা ॥
জানলোহো তুৱা দায়া মিলল মানৱী কায়া
ভাৰতে পালো হামো মন্দা।
ভৱমায়া পাশে ছান্দি কয়ল হামাক বন্দী
ভৱ কূপে মজি ৰৈলো আন্ধা ॥
আৱৰ ৰাখন নাই বিনে প্ৰভু তুৱা পাই
জানি তাৰে হামি কৈলো আশা।
ভকতি সঙ্গতি দেহু মোহে যদুপতি
বোলত শ্ৰীৰাম মতিনাশা ॥

॥ ৰাগ—বসন্ত ॥

জগতপতি গতি তুৱাপদ বিনে নাই।
আশাঘোৰ নদীমহ মজিয়ে ৰহলো হামো
তুমহি তাৰহি যদুৰাই ॥ ধ্ৰুং ॥

এহি আশা নদী ঘোৰ ধনে জল ভয়ো তৃষ্ণা
তৰঙ্গে আকুল মতি মেৰি।
কাম ক্ৰোধ ঘোৰ কুম্ভীৰ মগৰে মোৰ
হামো তথিগিলে বেৰি বেৰি ॥

নানান বিতৰ্ক তৰ্ক দেখিতে গহন প্ৰভু
মোহ পাকে মজলো গোঁসাই।
ৰয়নী দিবস তানে ধীৰ বিৰিখ খানে
চিন্ততে বৰ দুখ পাই॥
হামো জীৱ ভাসি যাই কৱহু তৰণ নাই
তুৱা পাৱ-নাৱ বিনে আৰ।
দীন শ্ৰীৰামে নতি কৰতু কমলাপতি
আশা দুখে কৰহু উদ্ধাৰ॥

॥ ৰাগ—কৌ ॥

শুন ৰে শুন ৰাম গোপাল হে
জননী যশোৱা বোলে ৰে
অন্ন ব্যঞ্জন কৰসি ভোজন
আৱ আৱ মেৰি কোল ৰে॥ ধ্ৰুং॥
বিহানে বজাইল ভৈগেল বিয়াল
ভোখেহি মলিন মুখ ৰে।
ধূসৰিত তেৰি তনু পেখি মেৰি
মনে মিলে ৰবি দুখ ৰে॥
শুন মেৰি প্ৰাণ কৰ আসি স্নান
অঙ্গে কয়ে বিভূষণ ৰে।
তেৰি নিজ বাপ মনে কৈয়া তাপ
ভুঞ্জে তেহো নাহি অন্নৰে॥
ব্ৰহ্মা মহেশ্বৰ যাহেৰি কিঙ্কৰ
মুনিগণে যাহাকো ধিয়াই ৰে।
তাহাঙ্ক তনয় মানিয়া ডাকয়
মূৰুখ শ্ৰীৰামে গাৱে ৰে॥

॥ ৰাগ—শ্যাম গোড়া ॥

উঠ চল কানু বাপৰে ঠাকুৰ বোলে যশোমতী মাই।
মেৰি তনু মন নয়ন জুৰাইবো তেৰি চান্দ মুখ চাই॥ ধ্রুং।

পিশঙ্গ পিচোৰা পৈৰণ কৰাইবো কটি ধতি পৰিধাই।
গাৱে অজগৰ লেপন কৰাইবো কস্তুৰী সাথ মিলাই॥
হাতে টাৰ খাৰু মাথায়ে মুকুট গলায় পিন্ধাইবো হাৰ।
ৰত্নৰ নূপুৰ পাৱত চৰাইবো ৰুনুজুনু জাতিস্কাৰ॥
নবীন লৱনু ভোজন কৰাইবো কর্পূৰ তাম্বুল খাই।
কনক কিঙ্কিণী কটিত বান্ধিয়া গোষ্ঠে চলা যদুৰাই॥
হৰ সিদ্ধ মুনি শুক সনাতন অনন্তে যাক ধিয়াই।
সো হৰি যশোৱা আদেশ পালয় শ্রীৰামে এগুণ গাই॥

॥ ৰাগ—শ্যাম গোড়া ॥

বিৰিন্দাবিপিনে চলে কানু দেৱশিৰোমণি।
সঙ্গে বৎস ধেনু ৰূপ পেখি ভুৱন ভুলানি॥ ধ্রুং॥
সুৰঙ্গ পিচোৰা পীত শ্যাম অঙ্গেৰ পৈৰণি[১]।
হাতে বাংশী শিঙ্গা কাখে মাথায়ে চান্দনি॥
অমল কমলদল যৈচে আখিৰ সোহনি।
দশন মৌতিম মুখে হাসি জগত শোহনি॥
কপালে তিলক চান্দে শিৰে জুৰাৰ টালনি[২]।
শ্রৱণে কুণ্ডল ডোলে হাৰ গলে গুঞ্জামণি॥
ৰতন ভূষণ চাৰু তনুৰ সাজনি।
গমন গম্ভীৰ ধাৱে মত্ত গজৰাজ জিনি॥
অসংখ্য বালেকে কৰু কৃষ্ণ জয় জয় ধ্বনি।
বোলয় শ্রীৰামে দীন মেৰি গতি যদুমণি॥

---

১ পৈৰণি = পৰিধান। ২ টালনি = লৰি থকা, লৰচৰ কৰি থকা।

॥ ৰাগ—তথা ॥

গোপপুৰসহ ক্রীড়তু গোবিন্দ।
সঙ্গে ৰঙ্গে বলো ধায়া ॥
দোহো জানু কৰ ধৰবি ভৰসি[1]।
শ্যামলী ধৱলী কায়া ॥ ধ্রুং ॥

হাম্ফুলি হাম্ফুলি চলে বেৰি বেৰি
মোহতু স্বভাৱ পাৱে।
কটি ধতি ধলি ঘাঘৰ ঘুঙ্ঘুৰি
ফিৰি ফিৰি পুনু চাৱে ॥
কৱ পেখি জন পৰিচয় নাহি
থমকি ৰহতু থাৱে।
কৱহু সঙ্কতে কণ্টকে ভ্রমতু
ভুজঙ্গ অগনি ধাৱে ॥
কৱহু কৰ্দ্দম অঙ্গে ৰঙ্গে কৰু
ধৰত সাৱটি মাৱে।
আনন্দে মগন মন দোহো মাই
শ্রীৰামে এগুণ গাৱে ॥

## যদুমণিদেৱ

॥ ৰাগ—সিন্ধুৰা ॥

কদম্ব তলে পেখলো শ্যাম কানাই।
বিধি নিৰমিল শ্যামসুন্দৰ
উপমা দিতে নাহি ঠাই ॥ ধ্রুং ॥

---

১ ভৰসি = ভৰষা কৰি, আশ্রয় কৰি।

কোবিধি স্রজিলে হাঁসি কোবিধি স্রজিলে বাঁশী
কোবিধি স্রজিলে আখি কোণা।
মোহন টালনি-জুড়া[১] কোন বিধি নিৰমিলে
কোন বিধি স্রজিলে কালা সোণা॥
চান্দেৰ উপৰে চান্দ কোন বিধি নিৰমিলে
কুটিল কুণ্ডল কোন বিধি।
সকল বিধাতা হুয়া একমতি
স্রজিলে গুণেৰ নিধি॥
বিধিৰ বিধাতা সকল ভুৱন ভৰ্ত্তা
ভকত বৎসল যোহি হৰি।
কহয় যদুমণি সোহি ঈশ্বৰ হৰি
বিধিয়ে স্রজিলা কেনে কৰি॥

॥ ৰাগ—মল্লাৰ ॥

ৰে মাই গৈলোৰে মই গৈলো।
কদম্বৰ তলে, নন্দৰ নন্দন পেখি আকুল ভৈলো॥ ধ্রুং॥
সৱ ছৱালৰ মাজত উজ্জল শ্যাম সুন্দৰ ৰূপ।
কালা অঙ্গৰ মূৰতি পেখিয়া কোটি মদন চুপ॥
সকল বিধিৰ যতেক চাতুৰি এক অঙ্গক নাটে।
কোটি ব্ৰহ্মাণ্ডৰ যতেক মাধুৰি এক অঙ্গক খাটে।
ই তিন ভুবনে যতেক লাৱণ্য এক অঙ্গৰে উন।
বয়ন একু কহিতে নপাৰি শ্যাম ৰূপেৰ গুণ।
গৃহৰ ভিতৰে ৰহিতে নপাৰি শুনিয়া বংশীৰ ধ্বনি।
ওহি ৰূপে মোৰ মন নিমজোক কহয় যদুমণি॥

১ টালান-জুড়া = লৰ চৰ কৰি থকা ওপৰলৈ বান্ধি ৰখা চুলি।

॥ ৰাগ—ভাটিয়ালী ॥

আজু ঘৰে ৰহিতে নপাৰি,
নাম ধৰিয়া ডাকে তোমাৰ মুৰাৰি ॥ ধ্রুং ॥

ভুবন-মোহন বাংশী ৰাধা নাম ডাকে।
হিয়াৰ ভিতৰে মোৰ পৰাণ নাথাকে ॥
কৈক যাও কৈত থাকো মনে নাহি সুখ।
উচপিচ কৰে নাদেখিয়া চান্দ মুখ ॥
গুপুত গঞ্জনে মৈলো, ভৈলো কলঙ্কিনী।
তোমাৰ আমাৰ অপযশ-তত্ত্ব জানি ॥
যি বোল বোলোক, ভাল মন্দে নাহি ভয়।
নন্দেৰ-নন্দন গতি যদুমণি কয় ॥

॥ ৰাগ—বেলোৱাৰ ॥

লৱনু খায়া যদু হাসেৰে
বালক সঙ্গে, অঙ্গ ৰুচি ভুৱন, নয়ন ভুলায়া কানু নাচেৰে ॥ ধ্রুং ॥

ভুবন চতুৰ্দ্দশ উদৰহি যৈচে, সো হৰি বালক মেলেৰে।
গোপিনী সাথে মাতে বহুভাৱে, চৌৰ চাতুৰি ৰস খেলেৰে ॥
অনন্ত আনন্দ ৰসেৰ মূৰুতি তুমি, বেদবিমল পৰকাশা।
ব্রজ মাজে নন্দগোপ সুত হুয়া, কতি লৱনু চোৰ ভাসা ॥
কমন বৈকুণ্ঠ বিনোদ সুখ তেজিয়া গোকুলে গৰু ডাকতু।
কহতু মূৰুখ মতি যদুমণি পামৰ, জগজন তাৰণ হেতু ॥

# ৰামানন্দ

॥ ৰাগ—গৌৰী ॥

কদম্ব তলে শুনলো সই মুৰৰী মোহন
মধুৰ মধুৰ বাজে।
ৰতিপতি চিত্ত পেখি চমকিত
চান্দ দূৰ গেল লাজে ॥ ধ্রুং ॥
কামিনী মোহন ৰূপ পেখি মন
হৈলো বৰি বিয়াকুল।
ভ্ৰমিবো ধৰণী হৈবো তপস্বিনী
তেজিবোহো জাতিকুল ॥
বাংশীৰ নিশানে[১] পঞ্চ সুৰবাণে
হৃদয় দগধ ভৈলো।
নিন্দিত বচনে গঞ্জে গুৰুজনে
সে কাজে অভাগী মইলো ॥
যমুনাৰ তীৰে নীৰ ভৰাইতে
হাসিয়া হাসিয়া চাই।
মন চিত্তলাই ভজ ৰঙ্গা পাই
ৰামানন্দে গুণ গাই ॥

॥ ৰাগ—কৌ ॥

শুন ৰে শুন মন পামৰ হে কত বুজাৱবো আৰ।
বিৰিঞ্চি বাঞ্ছিত ভাৰত ভূমিত নভৈল জন্ম নিবাৰ ॥ ধ্রুং ॥

---

[১] নিশানে=শব্দে, ধ্বনিয়ে।

কুমাৰ কালত নভৈল মনত
যুৱাকালে থিৰ নাই।
হুইব বৃদ্ধকাল নাহি আৰ ভাল
নিচিন্ত তাৰ উপাই॥
বিৰকতি ভাৱ মনে নোপজয়
বুজান আৰ নযাই।
কাল সর্পে ঘোৰ কেশে ধৰি তোৰ
নিশ্চয়ে পেলাইবে খাই॥
কৃষ্ণৰ চৰণ ত্যজি মেৰি মন
নাহিকে আন উপাই।
ৰামানন্দে কয় অশুদ্ধ হৃদয়
আয়ু ক্ষণে ক্ষণে যাই॥

॥ ৰাগ—ধনশ্ৰী ॥

পৰিয়া ৰৈলো নাথ সয়ল সংসাৰে।
কাল সৰ্পে কেশে ধৰি আছয় হামাৰে॥ ধ্রুং॥

গলে বছি দিয়া দূতে নিবে যম থান।
এ ঘোৰ যাতনা শুনি ভয়ে কম্পে প্রাণ॥
কামিনী কনক আশা পাশে বন্দী ভৈলো
তুৱা পাৱে ৰতি মতি নকৰিয়া মৈলো॥
পৰম অনাথ হামু জানি কৰ ত্ৰাণ।
কহ ৰামানন্দ তুৱা বিনে গতি নাহি আন॥

॥ ৰাগ—সিন্ধুৰা ॥

ৰাম মহিমা বুজান নযাই।
ব্রহ্মা পুৰন্দৰ যাকৰ চাকৰ গুহক মিত বন্ধাই॥ ধ্রুং॥

যাকেৰি আজ্ঞা শিৰ শিৰে ধৰত
নাৰদ সনত কুমাৰা।
সোহি পিতা ফৰমনে[১] শিৰে ধৰি
কাননক পয়োসাৰা॥
যাকেৰি সাথি সুনন্দ কুমুদ নন্দ
যোহি বিনে নাহি আনা।
সোহি বানৰ সঙ্গে কৰত বিনোদ ৰঙ্গে
ওহি লীলা কোই জানা॥
ভকত বৎসল প্ৰভু ভকতি ভয়ো তুষ্ট
মই পুনু কিছুৰে নাজান।
কহ ৰামানন্দ মন্দ শ্ৰীৰাম চৰণে লাগো
মাগো ভকতি প্ৰধান॥

॥ ৰাগ—ভাটিয়ালী ॥

কানাই মোৰ ভাইৰে, বলাই মোৰ ভাই।
তোমাৰ সঙ্গে খেলাইতে বৰ দুখ পাই ॥ ধ্ৰুং॥
তুমিতো ৰাজাৰ সুত হামি দুখী জন।
হাৰিলেৰো মিছা মাতে দুখ লাগে মন॥
দধি দুধ লৱনু সকলে কাঢ়ি খাই।
হলধৰ কাৰণে আমাৰ ভাল নাই॥
মিনতি বুলিতে হাসিয়া থাকে চাই।
টঙ্ক[২] ভাৰে মাতিলে মুষল লৈয়া ধাই॥
নাগেৰ সুন্দৰ কানু কথাৰ জানে ছন্দ।
অন্যে অন্যে মাতিয়া লগাৰে ঘোৰ দ্বন্দ্ব॥
কহে ৰামানন্দ মন্দ শুনিয়া বচন।
হাসিয়া ৰহিলা মৌনে ৰাম নাৰায়ণ॥

---

[১] ফৰমনে = আদেশ।
[২] টঙ্ক = খং, ক্ৰোধ।

॥ ৰাগ—কল্যাণ ॥

সোই কি বলিব আৰ
বৰ অনাচাৰ নন্দ সুত অৱতাৰ ॥ ধ্রুং ॥

আনো আনো অৱতাৰ ধৰি আছা হৰি।
হেন মত নেদেখো ফুৰে চুৰি কৰি ॥
ধৰ্ম্ম ৰক্ষা হেতু যত যত অৱতাৰ।
বেদ পথ উলঙ্ঘিতে আসিলা ইবাৰ ॥
সৰ্ব্বলোকে বোলে এন্তে পূৰ্ণ অৱতাৰ।
চৰিত্ৰ বঢ়াইলা কিৱা জীৱ তাৰিবাৰ ॥
কহ ৰামানন্দ মাই ওহি কথা সাৱ।
যাৰ মুখে ৱেদ ভৈল তাৰ কি আচাৰ ॥

॥ ৰাগ—ভৈৰৱী ॥

শুন ৰে সখি শ্যাম সুন্দৰ কানাই।
মথুৰা নগৰে গেল দামোদৰ
কাহাক থাকিব চাই ॥ ধ্রুং ॥

নুবুজিলো তান মায়া অবোধ গোপেৰ জায়া
তাতে থিৰ কৰি আছো হিয়া।
তিলে যুগ সম যাই নজানো উপাই মই
মৰিবো কানুতে বধ দিয়া ॥
আসিবো বুলিয়া বাণী নাসিল শাৰঙ্গপাণি
তিলে এক যুগ যেন যাই।
বসন ভূষণচয় চন্দন অগৰুময়
বিফল বিনে কানাই ॥

শৰত শশীনী ৰাতি সয়ল গোপিনী মাতি
ৰতি ৰসে কয়লি অপাৰ।
দাৰুণ পুৰুষ মন নাসিলা নাৰায়ণ
পুষ্প চুম্বি তেজয় ভ্ৰমৰ॥
কহে ৰামানন্দ মন্দ সেৱহো পদ দ্বন্দ্ব
হৰি বিনে গতি নাই আন।
বিকলি গোপীৰ চিত থিৰ নুহি কিঞ্চিত
তুমি হৰি পতিত পাৱন॥

## ৰামকৃষ্ণ

॥ ৰাগ—কল্যাণ ॥

জয় যদুৰাই বিশ্বে বিশ্বেশ্বৰ
বিশ্ববন্দ্য নাৰায়ণ।
বিশ্ব অন্তৰ্য্যামী তুমি নিজ স্বামী
জানিয়া লৈলো শৰণ ॥ ধ্রুং ॥

দেৱৰো দেৱতা পৰম কাৰণ
দেবেন্দ্ৰ কৰো মিনতি।
জীৱৰ জীৱন পৰম কাৰণ
যোগেন্দ্ৰে কৰো প্ৰণতি॥
ধৰ্ম্মৰ ঈশ্বৰ, ধৰ্ম্ম দামোদৰ
তুমি ধৰ্ম্ম অন্তৰ্যামী।
আত্মাৰূপে তুমি সুহৃদ আতমা
ব্যাপক বিশ্বৰ স্বামী॥

তত্ত্বৰ ঈশ্বৰ তত্ত্ব দামোদৰ
তুমি তত্ত্ব কৰা দান।
গোপাল চৰণে সোহি তত্ত্ব জানি
দীন ৰামকৃষ্ণে ভাণ॥

## বিষ্ণুপুৰী

॥ ৰাগ—আশোৱাৰী ॥

গোপাল মন মেৰি ভেদল।
হৃদয় মেৰি দাৰল ॥ ধ্রুং ॥

নব অনুৰাগে সুধা ৰসে মজলো।
দয়াৰসে মজহো গোবিন্দ সঙ্গে, সখিহে॥
গোপাল চান্দকু চাহি অধিক মুহে শোভা।
ঐছন ৰূপ গোপীৰ মন লোভা॥
গোপাল চঞ্চৰ লোচন শ্যামল বাণে।
ঐছন শোভা কোই নাহি জানে॥
গোপাল শ্যামল অঙ্গে মোতিম হাৰা।
নীল মেহুৱে বৰিযে জলধাৰা।
গোপাল পীত ধ'টি কটিতটে বেঢ়ল।
মৰকত মণি যৈছে কাঞ্চনে জড়ল॥
গোপাল অপযশ বোল বোলয় সবলোই॥
তব যোনো প্রেম বিছুৰণ হোই।
গোপাল গুৰুজন পৰিজন যদি হোই বিষণ্ণ।
যি বোল সি বোল সি কানু মোৰ জীৱন॥
আপোনাক সুখ দুখে কবু নাহি লেখো।
বিষ্ণুপুৰী কহে হৰিনাম পেখো॥

## সহদেৱ

নাগৰ শ্যাম কি দিবো যাদৱ ৰায়
ব্ৰহ্মাণ্ড ভিতৰে যত বস্তু আছে
সবহি তোমাৰ ঠাই ॥ ধ্ৰুং ॥

কিবা আসন দিবো নাৰায়ণ
গৰুড়ে যাৰ বাহন।
কিবা অলঙ্কাৰে তোষিবো তোমাক
কৌস্তুভে যাৰ ভূষণ ॥
ঐশ্চৰ্য্য বিভূতি কিবা দিবো হৰি
আপুনি লক্ষ্মীৰ পতি।
কিবা স্তুতি নতি কৰিবো তোমাক
যাৰ ভাৰ্য্যা সৰস্বতী ॥
সহজে তোমাৰ চৰণতে মাত্ৰ
শৰণ মাগো গোঁসায়।
কৃষ্ণদেৱ চৰণ হৃদয়ে ধৰিয়া
দীন সহদেৱে গায় ॥

## ৰুদ্ৰসিংহ



॥ ৰাগ—কৌ ॥

মিলন কানুৰ কোলে।
ধনি ৰাধে, চাচৰ চিকুৰ বিৰচিত মুখ
দেখি অলি কুল ভোলে ॥ ধ্ৰুং ॥

ৰসৰ আবেশে নানা আভৰণ
শৰীৰ অধিক সাজে।
কামৰ কামান[1] জিনি ভ্ৰূৱ যুগ
কপালে সিন্দূৰ ৰাজে॥
ৰাধাসে ৰঙ্গিণী সুৰ তৰঙ্গিণী
বদন চন্দ্ৰৰ কান্তি।
ৰসে ডগমগ গমন গম্ভীৰ
চলয়ে নানান ভান্তি॥
শ্যাম অঙ্গ মাজে ওহি ৰূপ সাজে
ঘনৰ মাজে দামিনী[2]।
বদনে বদন কৰিয়া চুম্বন
ভুলিল ৰাধিকা ৰাণী॥
দুহু বাহু মেলি কৰে নানা কেলি
ৰাই শ্যাম ৰঙ্গমনে।
ৰুদ্ৰসিংহ কয় মনে হেন লয়
ৰাধাৰ কানু পৰাণে॥

# শিৱসিংহ

॥ ৰাগ—কামোদ জৌতি ॥

শাৰদ পূৰ্ণিমা হিমকৰ বদনী।
চঞ্চল নীল নলিনীদল নয়নী॥ ধ্ৰুং॥

চঞ্চল লোচন কাজল ৰঙ্গী।
ভাবুক মনে কুটিলতৰ ভঙ্গী॥

---

[1] কামান=ধনু।
[2] দামিনী=বিজুলী।

প্ৰাতৰুদিত ৰবি সিন্দূৰ কান্তি।
সজল মুকুতাদল দশন পান্তি॥
মৃগ মদ কুঙ্কুম চৰ্চ্চিত দেহা।
তৰল ঘনান্তৰ দামিনী দেহা॥
ৰাজা শিৱসিংহ ইহ ৰস ভণিতম্।
ৰমণী শিৰোমণি ৰাধা চৰিতম্॥

# কৱিৰাজ চক্ৰৱৰ্ত্তী

## শকুন্তলাৰ বিৰহ

এহি মতে শকুন্তলা বিষাদক পাই।
অধিকে বাঢ়য় দুখ সহন নযায়॥
সখীক সম্বুধি পাছে বুলিলা সুন্দৰী।
কিবা ক্ষণে দেখা হৈল মনে নাপাসৰি॥
শূন্য ভৈল দেখো মঞি এই তপোবন।
অন্ধকাৰ দেখো সখী মেলিলে নয়ন॥
চন্দ্ৰৰ শীতল ৰশ্মি বোলে সৰ্ব্বজন।
আমাৰ শৰীৰ সেই পোৰে কি কাৰণ॥
পঙ্কজ পত্ৰৰ শয্যা শীতল কাৰণে।
জ্বলন্ত দহন দেখো তাক মোৰ মনে॥
সুগন্ধি পুষ্পৰ মালা শীতল বোলয়।
সূচী হেন বিন্ধে গায়ে মোৰ মনে লয়॥
চন্দনৰ লেপে কৰে শৰীৰ শীতল।
মঞি দেখো তাপ কৰে যেমত অনল॥
কুমাৰৰ পাক যেন পঙ্কলেপ দিলে।
ভিতৰৰ অনলে অধিক তাপ মিলে॥

চন্দনৰ লেপে সখি সেহিমতে দহে।
কেমনে ৰাখিবো প্ৰাণ শৰীৰে নসহে॥
মলয়া বায়ুক লোকে বোলয় শীতল।
বজ্ৰ সম হুয়া কৰে শৰীৰ বিকল।
কেহো বোলে মধুৰ শবদ কোকিলৰে।
বিষযুক্ত বাণে যেন মোক পীড়া কৰে॥
কেহো বোলে ভ্ৰমৰৰ নাদ সুললিত।
সেহিতো আমাৰ প্ৰাণ লৈতে গাৱে গীত॥
কেহো বোলে মনোহৰ বৃক্ষৰ পল্লৱ।
নয়ন ফুটয় মোৰ দেখিয়া ইসৱ॥
অশোক কিংশুক ৰঙ্গা সুন্দৰ দেখিতে।
মোৰ ৰক্তপানে ৰঙ্গা হেন লয় চিত্তে॥
ষোড়শ বৎসৰে মোক দহয়ে মদনে।
উত্ৰাৱল কৰে চিত মেঘৰ গৰ্জ্জনে॥
কি কৰিবো কৈক যাইবো কহিয়ো আমাৰে।
দাৰুণ বিয়োগশোকে শৰীৰ বিদাৰে॥
ঐ সখী এক কাৰ্য্য কৰ মোক প্ৰতি।
সততে বুলিয়ো এহি আসিছে নৃপতি॥
আৰ এক কাৰ্য্য শুনা মোৰ নিৱেদন।
কোকিল ভ্ৰমৰ আদি যত পক্ষীগণ॥
যত্ন কৰি আন সখি নিকটে আমাৰ।
দুগ্ধ মিশ্ৰ অন্ন দিয়া কৰ পৰিহাৰ॥
ৰাজাৰ নিকটে গৈয়া আনন্দ কৰোক।
মদনে তাপিত হুয়া নৃপতি আসোক॥
এহি মতে শকুন্তলা সখীৰ আগত।
মদন সন্তাপে কথা কহে নানা মত॥

# কৱিচন্দ্ৰ দ্বিজ

॥ গীত—পজ্ঝটিকা ॥

শ্ৰীহৰগৌৰী ক্ৰীড়াস্থানম্
পশ্য সভাসদ কেলিনিদানম্
তৰুগণ ৰাজিত গঙ্গাতীৰম্
মন্দ সুশীতল মলয় সমীৰম্
কমল কুমুদৰস সুৰভিত নীৰম্
মধুকৰ কুজিত কুঞ্জ কুটীৰম্
ঋতুচয় সন্তত কুসুম বিকাশম্
গন্ধৰ্ব্বী শত বিহিত বিলাসম্
বিবুধতৰুণজন বহু পৰিহাসম্
সকল সুৰাসুৰ বিৰচিত বাসম্
কোকিল কলৰৱ মোহিত চিত্তম্
তৰুণীযুৱজন বাঞ্ছিত চিত্তম্
শ্ৰৱণ বিলোকন লম্ভিত লোভম্
ললিত লতাতৰু বিকশিত শোভম্
সন্তানাগুৰু মন্দাৰাঢ্যম্
সতত মধুৰ বৰ যন্ত্ৰক বাদ্যম্
স্থল কুসুমাকৰ গন্ধিত গগনম্
জলজকুসুমচয় লাঞ্ছিত পৱনম্
অবিৰত ঘনচয় কৃত মুহুনদনম্
মনসি মুনেৰপি বৰ্দ্ধিত মদনম্
পাতু শিৱাশিৱসিংহ নৰেশম্
তৰলিত প্ৰমথেশ্বৰিবৰবেশম্ ॥

## উষাৰ বিলাপ

॥ গীত—লেচাৰী, মুক্তাৱলী ॥

হা প্ৰাণেশ্বৰ সৰ্ব্বাঙ্গসুন্দৰ নাহি পটন্তৰ যদুবীৰবৰ
বিধিয়ো লেখিলা তোমাৰ হেন বিলায়।
অতি শুভানয় মদনতনয় গহন আশয় সৰ্ব্বগুণালয়
তযু দুখ দেখি কিসক প্ৰাণ নযায়॥
হা মোৰ প্ৰাণ কন্দৰ্প সমান সুবেশ সুঠান বিধিৰ নিৰ্ম্মাণ
মঞি অভাগিনী কৰিবো কোন উপায়।
সুচান্দ বদন ৰতিৰ নন্দন কমল নয়ন সৰ্ব্বসুলক্ষণ
অনাথিনী আৱে যাইবো মঞি কোন ঠাই॥
হা প্ৰাণধন কমলৰমণ, কামিনী মোহন মোহোৰো জীৱন
তোমাৰ বিৰহে দহে মোৰ সৰ্ব্বকায়।
শ্যামপৰকাশ মুখে মন্দহাস, গজেন্দ্ৰসংকাশ গমন বিলাস
দিলো হেন দুখ তোমাক মঞি অনাই॥
হাঁ মহাবীৰ সাগৰ গম্ভীৰ সুথিৰ সুধীৰ কোমল শৰীৰ,
কিৰূপে ৰহিবা হেন বন্ধপীড়া পাই।
মিলিল জঞ্জাল কি মোৰ কপাল, নসাধিলো ভাল বাপ ভৈল কাল,
মোৰ বুকে শাল থৈলেক ইটো বৈসাই॥
হে প্ৰাণপতি তোমাৰ বিপত্তি, দেখিয়া সম্প্ৰতি বিয়াকুল মতি
হৰি গৈল মোৰ শ্ৰুতি বুদ্ধি সমুদায়।
জলে ঝাম্প দিবো কটাৰি হানিবো, অগ্নিত পৰিবো গৰল ভক্ষিবো
আত পৰে মোৰ আন একো গতি নাই॥
হাঁ নাথ মোৰ যাদৱ কিশোৰ, মিলিলেক তোৰ অথান্তৰ ঘোৰ
নপাঞো উপাই কিমতে আক এড়াই।
হৰি হৰি ৰতি আই মহাসতী, মোৰ শাশু আতিশয় দয়াৱতী
শোকতে মৰিবা তনয়ৰ বাৰ্ত্তা পাই॥

হাঁ গুণনিধি ভৈল কাৰ্য্য সিদ্ধি, মিলাইলেক বিধি সপোনৰ নি
মৰো মঞি আবে তোমাসাক হৰুৱাই।
শোকে হিয়া ভেদ কৰি খাই মেদ, ভৈল আশাছেদ ইসে বৰ খে
নাতিৰ বৃত্তান্ত নজানিলা যদুৰায়॥
হা সুকুমাৰ কামৰ কুমাৰ, ত্ৰিভুবনে সাৰ তুমি বিনে আ
মোহোৰ জীৱন ধৰিবাক নযুৱাই।
ধিক ধন জন জীৱন যৌৱন, ধৰো অকাৰণ ইটো ঘন জ
গল কাটি মৰো খাণ্ডা আন আই বাই॥

## গোৱিন্দ দাস

॥ গীত ॥

ঘোষা: এ প্ৰাণ গোবিন্দ গোপাল।
পাতিলি মায়াৰ খেলি মোৰে দয়াল॥

পদ: ঘৰ গুটি বান্ধা যত্নে খাবৰ জীৱৰ আশে।
সিয়ো ঘৰ লৈয়া গৈল ধুমুহা বাতাসে॥
ঘৰ গুটি বান্ধি মনাই দুৱাৰ খনি ছান্দা।
আপোনাৰ ঘৰ এৰি পৰক লাগি কান্দা॥
ৰুৱা দিলা পাৰি পাৰি মাৰলি দিলা দুটা।
সমেত লগাই থৈছে একেকুৰি খুন্টা॥
চাৰি ফালে বেৰা দিয়া কৰিয়া আন্ধাৰ।
ন ফালে লগাই থৈছে ন খনি দুৱাৰ॥

ন ফালে বসি আছে নটি ছুৱৰী।
তাৰ মাজে বসি আছে পূৰ্ণানন্দ হৰি॥
এক গুটি কন্যা আছে ঘৰৰ ঘৰিণী।
তাৰ সঙ্গে যিটো নযায় সিটো মহামুনি॥
আৰু এক নদী আছে বয় তীক্ষ্ণধাৰে।
কাল বিকাল ছুটি পক্ষী ইপাৰে সিপাৰে॥
হেঙ্গুলীয়া পক্ষী ছুটি কাজলীয়া পাখি।
জনমে জনমে তাৰ নাহি দেখা দেখি॥
উৰি গল ৰাজহংস পৰি গল পাখি।
সিয়ো দেহা পৰি ৰৈলা যমুনাৰ বালি॥
কহয় গোবিন্দ দাসে এই বাৰে বাৰে।
গুৰুৰ চৰণ বিনে গতি নাহি আন॥

## মাধৱ দাস

॥ গীত ॥

ঘোষা ঃ মই আইলো কেনে কি ঐ ভাৱতে হাটে প্ৰভু
মিছাকে লাগিয়া॥
বিকাইলো অমূল্য ৰত্ন কাচকে লাগিয়া॥

পদ ঃ মিছা ঘৰ মিছা বাৰী মিছা লেনা দেনা।
মিছা কাজে হৈবো বন্দী হৰাইবো চেতনা॥
ধনকে কৰিছা আশা ঐতে ৰৈব পৰি।
ভাৰ্য্যা পুত্ৰ নকৰা আশা সঙ্গে নাযায় মৰি॥

দেহাকে কৰিছা আশা খাইবে মাটি উঁই।
লগৰ সাৰথি হৈবে পাপ পুণ্য দুই॥
পুত্ৰই সহিতে ভৈলা তিনি কুৰা জুই।
ধনে ভৈলা এককুৰা ভাৰ্য্যাই ভৈলা দুই॥
শুকাই গৈলা নদী নলা পৰি ৰৈলা বালি।
উৰি যাব ৰাজ হংস দেহা হৈব খালি॥
কহয় মাধৱ দাসে এহি বাৰে বাৰ।
আউৰ কি ভাৰষা কৰা মনুষ্য হৈবাৰ॥

॥ গীত ॥

যমুনাৰ বালিতে কানাই বহি আছে
মাথাৰে মুকলি চুলি।
সিপাৰৰ পৰা ৰাধাই ডাক দিলা
মোকে পাৰ কৰা বুলি॥ ধ্ৰুং॥

কি কৈ পাৰে কৰিম সুন্দৰী ৰাধিকা
ঘাটত নাইকিয়া নাও।
যেনে তেনে কৰি মোকে পাৰে কৰা
মথুৰা হাটলৈ যাওঁ॥
কলিয়া কলিয়া চিকুন বিনন্দীয়া
আমি কতমানৰ ভৰা।
যেনে তেনে কৰি আমাক পাৰে কৰা
খসাই দিম গলৰে হৰা॥
বিয়লি বেলিকা কানাই নাও মেলে
সাতো সাগৰৰ ঢৌৰা।

পাৰো কি নোৱাৰো ভাবযা কৰিছা
তথাপি মেলিছো খেৱা ॥
নাও হেঙুলীয়া, বৈঠাও হেঙুলীয়া
আৰু হেঙুলীয়া চৈ।
চৈৰে তলতে ৰাধিকা বহিছে
সোণৰে সফুৰাঁ লৈ ॥
দীঘলে দুভৰি পুতলে এভৰি
কানাইৰে চেলেঙ্গি নাও।
ক'তে থৈয়ে যাম দধিৰে পসাৰ
ক'তে থৈয়ে যাম গাৱ ॥
সৰুও নহয়, সুৰাও নহয়
নাও গমাৰিবে সাৰ।
তুমিনো ৰাধিকা কিমানৰে ভৰা
হস্তী কৰিছোঁ পাৰ ॥
এচাব দুচাব কৰি মাৰে দাঁড়ে বৈঠা
মাজতে মুচকি ভাগিল।
নাৱৰ টিঙৰ পৰা বাগৰি পৰিয়েই
পেটৰ কামোৰ নিলগিল ॥
বাঘৰে আগতে ছাগৰ ডেৱা-ডেই
বিড়ালী আগতে দৈ।
বুঢ়াৰ হাততে চেঙ্গেলী পৰিলা
সাৰিবানো কেনেকৈ ॥
কানায়ে ৰাধায়ে কৰে ৰঙ্গৰস
থাকে দেৱগণে চাই।
কৃষ্ণৰ চৰণ হৃদয়ে ধৰিয়া
দীন মাধৱদেৱে গাই ॥

॥ ৰাগ—ভূপালী ॥

মোক কোনে জীয়াই দিব লক্ষ্মণ ভৈয়াই।
লক্ষ্মণ সদৃশ ভাই পাইবো কোন ঠাই ॥ ধ্রুং ॥
আগে নাই পাছে নাই একেখানি ভাই।
তাহাঁক মৰাইলো মই ৰণত পেলাই ॥
উজনিক যান্তে যেন নাৱে দিল ভাঠি।
লাভক চাহান্তে মোৰ মূল ভৈল নাঠি ॥
সুমিত্রা সুধিব লখাই কৈত মোৰ পুতাই।
কিনো বার্ত্তা কম মই ৰণত পেলাই ॥
ৰামে বোলে হনুমন্ত তোত সোধো বুদ্ধি।
লক্ষ্মণক জীয়াইবাৰ কমন ঔষধি ॥
কহয় মাধৱ ৰাম নকৰিবা চিন্তা।
জীয়াই দিব লক্ষ্মণ আনি দিব সীতা ॥

॥ ৰাগ—শ্যাম ॥

বাপুহে, মোহন মুৰলী
বংশী এৰিলা ক'ত ?
হামো সব গোপী, জানো ভাল কৰি
বংশী এৰিলা য'ত ॥ ধ্রুং ॥

ভুলিলা ভুলিলা, আত দোষ নাই
এতিয়া আনাগৈ বংশী।
নতুন যুৱতী নতু তত্ত্ব পায়
দেখিলে তোলয় হাঁসি ॥
নতুন নাগৰী কামে মগ্ন হুই
ৰজনী কৰিলা ক্ষয়।

চালৰ বেছাত বংশী সুমাই থৈ
শুদা হাত আসিলা লৈ॥
কপালত লাগিছে শিৱৰ সেন্দূৰ
গাৱে তামোলৰ পিক।
ই'টো বেশ ধৰি গৃহক নযাইবা
মাৱে দিব ধিক ধিক॥
যমুনাৰ জলে পখালি আহাগৈ
লম্পট চিন গুচাই।
কৃষ্ণৰ চৰণ হৃদয়ে ধৰিয়া
দীন মাধৱদেৱে গায়॥

# শুকদেৱ

॥ ৰাগ—শ্যাম ॥

হায় মন ভুলিয়া কমনে মৰ।
ইঠাইৰ জঞ্জাল ইঠাইতে থাকিব
মৰি যাইবি অকলশৰ॥ ধ্রুং॥

দেখ বিদ্যমান তিলকতে আন
এই আছে এই নাই।
যেন জলৰেখা বিজুলী চমক
জীৱন সেহি পৰাই॥
দেখহু নিকট ধন-শ্রী দুগোটা
ভুজঙ্গ শত্রু প্রধান।
পাপীসঙ্গ তেজি হৰিপদে ভজি
হুয়ো ভাই সাৱধান॥

অতকাল ভ্রমি ইবেলি আসিয়া
পায়া আছোঁ নৰকায়।
শুকদেৱ মন মজো নাৰায়ণ
গতি মেৰি তুৱা পায়॥

## দীন দ্বিজ

॥ ৰাগ—সাৰঙ্গ ॥

দেখ সখি সিংহাসনে বিৰাজ গোপাল॥ ধ্রুং॥

মাথাত কিৰীটি জ্বলে কর্ণত কুণ্ডল ডোলে
ৰশ্মিয়ে ৰাজিত গণ্ডস্থল।
চক্ষু কমলৰ পাসি সদামুখে মন্দ হাঁসি
প্রকাশয় চন্দ্রৰ মণ্ডল॥
শ্যাম অঙ্গে বিলেপিত মলয়জ সুগন্ধিত
গগনত যেন শশধৰ।
দন্তে নিন্দে মুক্তাফল কৌস্তুভে শোভিত গল
উৰস্থলে পান্তি শ্রীবৎসৰ॥
চৌপাশে পাৰ্ষদবাশি লক্ষ্মী মন্দ মন্দ হাঁসি
শ্বেত চামৰ ধৰি কৰে।
ঢুলে কিঙ্কৰীভাৱে দেখ সেৱে তান পাৱে
আনন্দে নয়নে নীৰ ঝুৰে॥
আমি কত ভাগ্য কৈলো নয়নে দেখিতে পাইলো
হেন প্রাণ দেৱ দামোদৰ।
দীনদ্বিজ বাক্যমধু গুণ গাৱে গোপবধু
জ্ঞানীসৱে অৱধান কৰ॥

# কৱি-পৰিচয়

**াধৱ কন্দলি ॥** খৃঃ চতুৰ্দ্দশ শতিকাৰ বৰাহী-কছাৰী ৰজা মহামাণিক্যৰ ৰাজকৱি ; এওঁ সপ্তকাণ্ড ৰামায়ণ সংস্কৃতৰ অসমীয়ালৈ পদছন্দত অনুবাদ কৰে। এওঁৰ ৰামায়ণত লৌকিকতাৰ স্পৰ্শ আছে যদিও কৱিত্বগুণত এখন শ্ৰেষ্ঠ কাব্য। এওঁ জাতিত ব্ৰাহ্মণ। উদ্ধৃতাংশ অযোধ্যাকাণ্ডৰ চিত্ৰকূট বৰ্ণনাৰ পৰা লোৱা হৈছে।

**দুৰ্গাবৰ কায়স্থ ॥** এওঁ খৃষ্টীয় ১৫শ শতিকাৰ কোঁচ ৰজা বিশ্বসিংহৰ সমসাময়িক কৱি। এওঁৰ পিতৃ চন্দ্ৰধৰ কায়স্থ সঙ্গীত বিদ্যাত পাৰদৰ্শী আছিল। দুৰ্গাবৰ নিজেও ওজা আছিল আৰু ওজাপালি ( নৃত্যগীতযুক্ত অভিনয় বিশেষ ) গাবৰ কাৰণে গীত আৰু পদত ৰামায়ণ আৰু বেউলা আখ্যান ৰচনা কৰে। উদ্ধৃতাংশ দুৰ্গাবৰৰ 'গীতি-ৰামায়ণ'ৰ অৰণ্যকাণ্ডৰ পৰা গ্ৰহণ কৰা হৈছে।

**পীতাম্বৰ কৱি ॥** খৃষ্টীয় ১৬শ শতিকাৰ আদি ভাগৰ কৱি। এওঁ কমতা-পুৰত বাস কৰি কুমাৰ সমৰসিংহৰ অনুপ্ৰেৰণাত কাব্য চৰ্চ্চা কৰে। মহাৰাজ নৰনাৰায়ণৰ ( ১৫৪০-১৫৮০ ) ভাই শুক্লধ্বজৰ আন নাম সমৰ-সিংহ। পীতাম্বৰেও ওজাপালি গোৱাৰ উপযোগী কৰি হৰিবংশৰপৰা 'উষা-পৰিণয়' কাব্য লিখে। ইয়াৰ বাহিৰেও ভাগৱতৰ **দশম স্কন্ধ, মাৰ্কণ্ডেয় চণ্ডী** পীতাম্বৰে ৰচনা কৰে। সন্নিবিষ্ট অংশ 'উষা-পৰিণয়' গীতি-কাব্যৰ পৰা লোৱা হৈছে।

**॥ সুকৱিনাৰায়ণদেৱ ॥** এওঁৰ সঠিক কাল নিৰ্ণয় কৰা টান। কোনোৱে এওঁক প্ৰাক্-শঙ্কৰী যুগৰ আৰু আন কোনোৱে শঙ্কৰোত্তৰ যুগৰ বুলি মত দিছে। কিন্তু এওঁৰ ৰচনাৰ ধাৰাটো প্ৰাক্-শঙ্কৰী যুগৰ আৰু বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱমুক্ত। প্ৰসিদ্ধ **পদ্মা-পুৰাণ** এওঁৰে ৰচনা। এওঁৰ ৰচনাত পাছত বহুতো প্ৰক্ষিপ্ত হৈছে।

**॥ শঙ্কৰদেৱ ॥** কৱি, নাট্যকাৰ, সঙ্গীতজ্ঞ, ধৰ্ম্ম-প্ৰচাৰক আৰু সমাজ-সংস্কাৰক মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ জন্ম হয় বৰ্ত্তমান নগাওঁ জিলাৰ আলিপুখুৰীত, ১৪৪৯ খৃষ্টাব্দত। নৱ-বৈষ্ণৱ আন্দোলনৰ এখেত প্ৰৱৰ্ত্তক, এই আন্দোলনৰ প্ৰতিষ্ঠা আৰু প্ৰসাৰৰ নিমিত্তেই কাব্য, নাটক আৰু গীত ৰচনা কৰিছিল।

দশম স্কন্ধকে প্ৰমুখ্য কৰি ভাগৱত-পুৰাণৰ ৭টা স্কন্ধ, ৬ খন নাটক, ১০-১১ খন ধৰ্ম্মমূলক কাব্য আৰু ভালেখিনি গীত ৰচনা কৰে। এখেতে প্ৰচাৰ কৰা একেশ্বৰবাদী একশৰণীয়া ধৰ্ম্মৰ নাম মহাপুৰুষীয়া ধৰ্ম্ম নামে অসমত সুপৰিচিত। অসমৰ সঙ্গীত আৰু অভিনয় কলালৈ এখেতৰ দান অসীম। ১৫৬৮ খৃষ্টাব্দত ১১৯ বছৰ বয়সত কোঁচ-বেহাৰত স্বৰ্গী হয়। **কীৰ্ত্তন** আৰু **দশম** এখেতৰ প্ৰসিদ্ধ গ্ৰন্থ। উদ্ধৃত অংশৰ প্ৰথমটো কীৰ্ত্তনৰ, দ্বিতীয়টো দশমৰ পৰা লোৱা হৈছে ; বাকিখিনি বৰগীত।

॥ **মাধৱদেৱ** ॥ মহাপুৰুষ শঙ্কৰদেৱৰ শ্ৰেষ্ঠ শিষ্য আৰু ধৰ্ম্মাধিকাৰী মহাপুৰুষ মাধৱদেৱৰ জন্ম হয় এটি দুখীয়া কায়স্থ পৰিয়ালত। ১৪৯০ খৃষ্টাব্দত জন্ম আৰু ১৫৯৬ খৃষ্টাব্দত এখেত স্বৰ্গী হয়। আজীৱন কৌমাৰ ব্ৰত পালন কৰি ধৰ্ম্ম আৰু সমাজৰ উন্নতিকল্পে আত্মনিয়োগ কৰে। শঙ্কৰ-গুৰুৰ সোঁহাত স্বৰূপে মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰসাৰ আৰু প্ৰতিপত্তি বঢ়োৱাত এখেতে অসামান্য বৰঙণি যোগায়। পাণ্ডিত্য, কৱিত্ব, ধৰ্ম্মনিষ্ঠা আৰু সংগঠন শক্তি—সকলোতে শঙ্কৰদেৱৰ সমানেই কৃতিত্ব প্ৰদৰ্শন কৰে। **নাম-ঘোষা, ৰাজসূয় কাব্য, ৬ খন নাট** আৰু **ভক্তিৰত্নাৱলী** গ্ৰন্থ ৰচনা কৰাৰ উপৰিও গীত ৰচনা কৰে। এখেত নিজে এজন সুগায়ক আছিল। সংগ্ৰহত সন্নিবিষ্ট সকলোৱেই বৰগীত।

॥ **ৰাম সৰস্বতী** ॥ খৃষ্টীয় ১৬শ-১৭শ শতিকাত উদ্ভৱ হয়। পিতৃ ভীমসেন কৱি চুড়ামণি, ঘৰ পচৰীয়া ( পাটচৌৰা ? ) গাৱঁত। মহাৰাজ নৰনাৰায়ণৰ সভাৰ অন্যতম পণ্ডিত, শুক্লধ্বজৰ পাঠক। নৰনাৰায়ণৰ আদেশ অনুসৰি এওঁ সংস্কৃত মহাভাৰতৰ বহু অংশ অনুবাদ কৰে। এওঁক বধকাব্য শ্ৰেণীৰ জন্মদাতা বুলিব পাৰি। মহাভাৰতৰ বিভিন্ন পৰ্ব্বৰ উপৰিও বঘাসুৰ বধ, কুলাচল বধ, অশ্বকৰ্ণ বধ, বিজয় পৰ্ব্ব, ভীম চৰিত, গীত-গোৱিন্দ, মণিচন্দ্ৰ ঘোষ, কালকুঞ্জ শোষক বধ, ব্যাসাশ্ৰম আদি বহুতো পুথি ৰচনা কৰে। এওঁৰ পিতৃদত্ত নাম অনিৰুদ্ধ ; ভাৰতভূষণ, ভাৰতচন্দ্ৰ উপাধি মাত্ৰ। নৰনাৰায়ণৰ মৃত্যুত এওঁ পূব কোঁচৰাজ্যৰ ৰাজধানীলৈ আহে।

॥ **অনন্ত কন্দলি** ॥ ১৬শ শতাব্দীৰ শেষৰ ফালৰ কৱি। এওঁ শঙ্কৰদেৱৰ অনুগামী আছিল। এওঁৰ অন্য নাম বা উপাধি চন্দ্ৰভাৰতী, আৰু ভাগৱত ভট্টাচাৰ্য্য। মধ্যদশম, শেষদশম, বৃত্ৰাসুৰ বধ, কুমৰ হৰণ কাব্য ৰচনা কৰে। পিতৃৰ নাম ৰত্ন পাঠক, ঘৰ হাজোত আছিল।

। দ্বিজ কৱিশেখৰ ॥ এওঁ সুকবিশেখৰ, ৰত্নাকৰ কন্দলী নামেৰেও পৰিচিত। শঙ্কৰদেৱৰ কীৰ্ত্তনত সন্নিবিষ্ট 'সহস্ৰ নাম বৃত্তান্ত' এওঁৰ দ্বাৰা ৰচিত। শ্ৰীশঙ্কৰদেৱৰ এওঁ সমসাময়িক কৱি বুলি জনা যায়।

। ৰামচৰণ ঠাকুৰ ॥ মাধৱদেৱৰ ভাগিন আৰু গয়পাণিৰ (ৰামদাস) পুতেক। এওঁৰ **কংস বধ** নামৰ নাট, **শঙ্কৰ চৰিত** নামৰ চৰিত পুথি আৰু শঙ্কৰদেৱৰ **ভক্তি-ৰত্নাকৰৰ** অসমীয়া ভাঙনি অসমীয়া সাহিত্যত জনাজাত। (জন্ম সম্ভৱতঃ ১৫২১ খৃঃ, মৃত্যু—১৬০০ খৃঃ)

॥ গোপালদেৱ ॥ মহাপুৰুষ মাধৱদেৱৰ ১২ জন প্ৰধান শিষ্যৰ অন্যতম। 'কাল-সংহতি' নামৰ মহাপুৰুষীয়া ধৰ্ম্মৰ শাখাবিশেষৰ প্ৰৱৰ্ত্তক। **জন্ম-যাত্ৰা, নন্দোৎসৱ, উদ্ধৱযান** নামৰ নাটক আৰু ভালেখিনি গীত-ঘোষা ৰচনা কৰি গৈছে। (জন্ম খৃঃ ১৫৪১, মৃত্যু ১৬১১)

॥ উদাৰ গোৱিন্দ ॥ মহাপুৰুষ শঙ্কৰদেৱৰ শিষ্য বিশেষ।

॥ পুৰুষোত্তম ঠাকুৰ ॥ মহাপুৰুষ শঙ্কৰদেৱৰ বৰ পুত্ৰ ৰামানন্দৰ সন্তান পুৰুষোত্তম ঠাকুৰ 'পুৰুষ-সংহতিৰ' প্ৰৱৰ্ত্তক। এওঁ **'ন-ঘোষা'** নামৰ এখন ভক্তিমূলক গ্ৰন্থ আৰু ভালেখিনি গীত ৰচনা কৰি গৈছে। (জন্ম, খৃঃ ১৫৬০ ? মৃত্যু—১৬১৬ খৃঃ)

॥ দৈত্যাৰি ঠাকুৰ ॥ সপ্তদশ শতিকাৰ মাজভাগৰ কৱি আৰু চৰিতকাৰ; পিতৃৰ নাম ৰামচৰণ ঠাকুৰ। সুন্দৰীদিয়া সত্ৰৰ অধিকাৰ আছিল। 'স্যমন্ত হৰণ', 'নৃসিংহ যাত্ৰা'—এই দুখন নাট আৰু 'শঙ্কৰ-মাধৱ চৰিত' জীৱনীগ্ৰন্থ এওঁৰ প্ৰসিদ্ধ ৰচনা।

॥ অনিৰুদ্ধদেৱ ॥ কাল-সংহতিৰ মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাতা; এওঁক ভূঞাৰ পো অনিৰুদ্ধ বুলি জনা যায়। ভাগৱতৰ ৫ম স্কন্ধৰ পদ ভাঙনি আৰু ৯ কুৰি গীত ৰচনা কৰিছিল। সকলোবোৰ গীত উদ্ধাৰ আৰু প্ৰকাশ এতিয়াও হোৱা নাই। উদ্ভৱকাল ষোড়শৰ শেষ ১৭শ শতিকাৰ প্ৰথমাৰ্দ্ধ। (খৃঃ ১৫৫৩—১৬২৮)

॥ শ্ৰীৰাম আতা ॥ গোপালদেৱৰ প্ৰধান শিষ্য আৰু আহঁতগুৰি আদি কেইবাখনো সত্ৰৰ প্ৰতিষ্ঠাতা। এওঁৰ ৰচিত ভালেখিনি গীত প্ৰকাশ হৈছে। উদ্ভৱকাল য়োড়শৰ শেষ ১৭শ শতিকাৰ প্ৰথমাৰ্দ্ধ।

॥ যদুমণিদেৱ (বৰ-যদুমণি) ॥ গোপালদেৱৰ অন্যতম প্ৰধান শিষ্য আৰু দিহিং, বাঁহবাৰী সত্ৰৰ প্ৰতিষ্ঠাতা। এওঁৰ দ্বাৰা ৰচিত ভালেখিনি গীত

ঘোষা পোৱা যায়। উদ্ভৱকাল ষোড়শৰ শেষ ১৭শ শতিকাৰ প্ৰথমাৰ্দ্ধ। **ফল্গু-যাত্ৰা** নাটক আৰু ৬ কুৰি গীত ৰচনা কৰে।

॥ **ৰামানন্দ** ॥ শ্ৰীৰাম-আতাৰ পুত্ৰ ; বহুখিনি গীত এওঁ ৰচনা কৰে।

॥ **ৰামকৃষ্ণ** ॥ অষ্টাদশ শতিকাৰ জনৈক বৈষ্ণৱ কৱি।

॥ **বিষ্ণুপুৰী** ॥ চতুৰ্দ্দশ শতিকাৰ প্ৰসিদ্ধ ভক্ত-সন্যাসী বিষ্ণুপুৰীৰ নামত কোনোবা অসমীয়া কৱিয়ে দুই-এটা গীত ৰচনা কৰিছিল, সন্নিবিষ্ট গীত এনে ভুৱা বিষ্ণুপুৰীৰ ৰচনা।

॥ **সহদেৱ** ॥ কাল-সংহতিৰ অন্তভুৰ্ক্ত সৰু ম'ৰামৰা সত্ৰৰ এজন অধিকাৰ, ১৮ শ শতিকাৰ লোক।

॥ **ৰুদ্ৰসিংহ** ॥ খৃঃ ১৬৯৬-১৭১৪ লৈকে আহোম ৰাজপাট অলঙ্কৃত কৰিছিল। আহোম ৰজাবিলাকৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ।

॥ **শিৱসিংহ** ॥ ৰুদ্ৰসিংহৰ পুত্ৰ, ১৭১৪-১৭৩৬ লৈকে ৰাজত্ব কৰে। এওঁ বৰ বিদ্যোৎসাহী আৰু কলামোদী আছিল।

॥ **কৱিৰাজ চক্ৰবৰ্ত্তী** ॥ শিৱসিংহৰ অনুপ্ৰেৰণাত ভালেখিনি কাব্য আৰু গীত ৰচনা কৰিছিল ; সেইবোৰৰ ভিতৰত **শঙ্খচূড় বধ, শকুন্তলা, গীত গোবিন্দ** আৰু **ব্ৰহ্মবৈবৰ্ত্ত** পুৰাণ উল্লেখযোগ্য।

॥ **কৱিচন্দ্ৰ দ্বিজ** ॥ শিৱশিংহৰ অনুগ্ৰহ লাভ কৰি **ধৰ্ম্ম পুৰাণ** আৰু **কামকুমাৰ হৰণ** নাট ৰচনা কৰে। সন্নিবিষ্ট গীত কামকুমাৰ হৰণ নাটৰ।

॥ **গোৱিন্দ দাস** ॥ সঠিক ভাৱে এওঁৰ বিৱৰণ জনা নাযায় ; সম্ভৱত ১৮ শ শতিকাৰ কৱি।

॥ **মাধৱ দাস ( দেৱ ? )** ॥ মহাপুৰুষ মাধৱদেৱৰ গীতৰ জনপ্ৰিয়তা লক্ষ্য কৰি বহুতো অৰ্ব্বাচীন কৱিয়ে মাধৱদেৱৰ নামত গীত ৰচনা কৰিছিল। শঙ্কৰোত্তৰ যুগত ৰচনা কৰা গীতবোৰৰ ৰচক মাধৱদেৱ নহয়।

॥ **শুকদেৱ** ॥ কাল-সংহতিৰ অন্তভুৰ্ক্ত চেচা সত্ৰৰ অধিকাৰ, ১৮ শ শতিকাত উদ্ভৱ হয়।

॥ **দীন দ্বিজ** ॥ ১৮ শ শতিকাৰ শেষৰ ফালৰ কৱি, সন্দিকৈ বংশৰ কলিয়া ভোমোৰা বৰফুকনৰ অনুগ্ৰহ লাভ কৰি **শঙ্খচূড় বধ** নাট আৰু **মাধৱ সুলোচনা** কাব্য ৰচনা কৰে।

# আধাৰ গ্ৰন্থপঞ্জী

তলত উল্লেখ কৰা গ্ৰন্থসমূহৰ পৰা সংকলিত গীতবোৰ আহৰণ কৰা হৈছে। এই আধাৰ গ্ৰন্থসমূহৰ সম্পাদক আৰু প্ৰকাশকৰ ওচৰত সংগ্ৰাহক ঋণী।


(১) দুৰ্গাবৰ : **গীতি-ৰামায়ণ** ( ডাঃ মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত )

(২) পীতাম্বৰ কৱি : **উষা-পৰিণয়** ( ডাঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ দ্বাৰা সম্পাদিত, ১৯১১ )

(৩) মাধৱ কন্দলি : **ৰামায়ণ** ( হৰিনাৰায়ণ দত্তবৰুৱাৰ দ্বাৰা প্ৰকাশিত, ১৯৫৩ )

(৪) শঙ্কৰদেৱ : **বৰগীত** কীৰ্ত্তন ( হৰিনাৰায়ণ দত্তবৰুৱা প্ৰকাশিত )

(৫) মাধৱদেৱ : **বৰগীত**

(৬) গোপাল আতা : **গোপাল আতাৰ গীত আৰু ঘোষা** ( শ্ৰীকুমুদচন্দ্ৰ মহন্তৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত )

(৭) শ্ৰীৰাম আতা :
(৮) ৰামানন্দ :
} **শ্ৰীৰাম আতা আৰু ৰামানন্দৰ গীত** ( ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা সম্পাদিত, ১৯৫৬ )

(৯) ৰামচৰণ ঠাকুৰ
(১০) দৈত্যাৰি ঠাকুৰ
} **অঙ্কাৱলী** ( ৺ কালিৰাম মেধিৰ দ্বাৰা সংগৃহীত আৰু প্ৰকাশিত, ১৯৪৮ )

(১১) পুৰুষোত্তম ঠাকুৰ : গীত ( **আৱাহন** ৭ম বছৰ ১৮৫৭-৫৮ শকাব্দ জগৰাম বৰুৱাৰ দ্বাৰা প্ৰকাশিত )

(১২) কৱিশেখৰ ( ৰত্নাকৰ কন্দলী ) : **সহস্ৰনাম বৃত্তান্ত** ( কীৰ্ত্তন গ্ৰন্থত সন্নিবিষ্ট )

(১৩) অনিৰুদ্ধদেৱ : **অসমীয়া সাহিত্যৰ চানেকি**, Vol II, Part III ( কলিকতা বিশ্ববিদ্যালয় প্ৰকাশিত )

(১৪) যদুমণিদেৱ : **যদুমণিদেৱৰ গীত** ( শ্ৰীকুমুদ চন্দ্ৰ মহন্তৰ পোৱা হাতেলিখা পুথি )

(১৫) ৰামকৃষ্ণ
(১৬) বিষ্ণুপুৰী
(১৭) সহদেৱ
(১৮) গোৱিন্দদাস
(১৯) ৰুদ্ৰসিংহ
(২০) শিৱসিংহ

} প্ৰাচীন অসমীয়া গীত সংকলন (শ্ৰীকণীন্দ্ৰনা... বৰুৱা সংগৃহীত আৰু প্ৰকাশিত)

(২১) কৱিৰাজ চক্ৰবৰ্ত্তী : **শকুন্তলা কাব্য** (৺ দুৰ্গাধৰ বৰকটকী... প্ৰকাশিত)

(২২) কৱিচন্দ্ৰ দ্বিজ : **কামকুমাৰ হৰণ নাট** (কামৰূপ সংস্কৃত সঞ্জীৱনী... সভাৰ পুথি)

(২৩) মাধব দাস : **আৱাহন** ৭ম বছৰ, ১৮৫৭-৫৮ শকাব্দ (শ্ৰীজগৰাম... বৰুৱাৰ দ্বাৰা প্ৰকাশিত গীত)

(২৪) দীন দ্বিজ : **শঙ্খচূড় বধ নাট** (বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত... সংৰক্ষিত পুথিৰ পৰা)